# অসমীয়া ভাষাঃ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ

জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰৰ গৱেষণা-পত্ৰ সংকলন

মুখ্য সম্পাদক ঃ ড° পৰমানন্দ ৰাজবংশী

সম্পাদক ঃ ৰমানন্দন বৰা





# অসমীয়া ভাষা ঃ
# সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ

মুখ্য সম্পাদক ঃ ড° পৰমানন্দ ৰাজবংশী
সম্পাদক ঃ ৰমানন্দন বৰা



অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত "অসমীয়া ভাষা ঃ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ" শীৰ্ষক জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰত (২৪-২৮ জুন, ২০১১) পঠিত গৱেষণা-পত্ৰৰ সংকলন। দূৰ-সংযোগ পাঠ্যক্ৰম সংসদ অসম সাহিত্য সভাৰ হৈ ড° পৰমানন্দ ৰাজবংশী, প্ৰধান সম্পাদক, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট - ১, অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত, ডেষ্টিনী প্ৰিণ্টিং প্ৰেছ, গুৱাহাটীত মুদ্ৰিত।

**Asamiyā Bhāṣa : Sāngrakṣan, Sangbardhan Āru Samprasār :** A collection of research papers on Assamese Language presented at the Seminar titled 'Asamiyā Bhāṣa : Sāngrakṣan, Sangbardhan Āru Samprasār' organised by Asam Sahitya Sabha (24 -28th June, 2011), edited by Dr. Paramananda Rajbongshi (Chief Editor) and Ramanandan Bora (Editor), published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat- 1, Printed at Destiny Printing Press, Guwahati.

ISBN-13 978-81-925253-0-3, Price : Rs. 100.00 only.

---

মুখ্য সম্পাদক ঃ **ড° পৰমানন্দ ৰাজবংশী**

সম্পাদক ঃ **ৰমানন্দন বৰা**



প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰি, ২০১৩,

স্বত্ব ঃ

**অসম সাহিত্য সভা**

মূল্য ঃ ১০০.০০ টকা

বেটুপাত ঃ

ৰণজিৎ গগৈ

অক্ষৰ বিন্যাস ঃ

ধ্ৰুৱজ্যোতি বৰদলৈ, নৱনীতা বৰা দৈমাৰী

আৰ্হি পাঠ ঃ

ড° ৰাজশ্ৰী হাজৰিকা, প্ৰশান্ত বৰা

মুদ্ৰক ঃ

ডেষ্টিনী প্ৰিণ্টিং প্ৰেছ

ৰাজগড় ৰোড, উপপথ নং- ১১, গুৱাহাটী- ০৩

## মুখ্য সম্পাদকৰ একাষাৰ

উচ্চস্তৰীয় বিদ্যাসদী ভাষা হিচাপে বহুল ভাৱে ব্যৱহাৰ হোৱাৰ লগতে ছপা-মাধ্যমৰ দ্ৰুত সম্প্ৰসাৰণ আৰু বহিৰ্জগতৰ সৈতে ক্ৰমবৰ্ধমান সম্পৰ্কৰ ফলত অসমীয়া ভাষাৰ ব্যৱহাৰিক ক্ষেত্ৰখন পূৰ্বতকৈ অধিক বহল হৈছে। এনে পৰিৱৰ্তিত পটভূমিত অসমীয়া ভাষাৰ শব্দ-ভাণ্ডাৰ, আখৰ-জোঁটনি, ব্যাকৰণ আদিৰ দিশতো অৱধাৰিতভাৱে কিছুমান পৰিৱৰ্তন সাধিত হৈছে। ঘাইকৈ আখৰ-জোঁটনিৰ সমস্যাটো এটা জটিল সমস্যাৰূপে চিহ্নিত হৈছে। দিন বাগৰাৰ লগে লগে আখৰ-জোঁটনিৰ আহুকাল বাঢ়ি গৈছে। কুৰি শতিকাৰ শেষৰ ফালে সমস্যাটোৰ গুৰুত্ব অনুধাৱন কৰি, অসম সাহিত্য সভাই ১৯৭৮ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহত বৰপেটা জিলাৰ পাঠশালাত এটি 'লেখক শিবিৰ' আয়োজন কৰি, বিভিন্ন ভাষাবিদ, গৱেষক, লেখক, সাংবাদিক, শিক্ষকক নিমন্ত্ৰণ কৰি বিষয়টো আলোচনাপূৰ্বক কেতবোৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল যথাসময়ত উক্ত সিদ্ধান্তসমূহ পুস্তিকা আকাৰে প্ৰকাশ কৰি ৰাইজক সচেতন কৰিছিল। তাৰ পৰৱৰ্তী সময়ত ১৯৮৫ খ্ৰীষ্টাব্দৰ জুন মাহত বহা সভাৰ আখৰ-জোঁটনি উপ-সমিতিয়ে গ্ৰহণ কৰা সিদ্ধান্ত সমূহ ১৯৮৬ চনত পুস্তিকা আকাৰে প্ৰকাশ কৰে। এনেদৰে সভাই আখৰ-জোঁটনিৰ বেমেজালি দূৰ কৰিবৰ অৰ্থে পথ-নিৰ্দেশনা দি আহিছে। সভাৰ এই প্ৰচেষ্টাৰ পূৰ্বে ১৯৭০ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিয়ে 'অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতি' প্ৰকাশ কৰি উলিয়ায়।

তৎসত্ত্বেও, অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ সমস্যাটোৰ সমাধান নোলাল। বৰং জটিলতৰ ৰূপ ধাৰণ কৰিলে। অসমীয়া ভাষাত প্ৰণীত অভিধানকেইখনেও আখৰ-জোঁটনিৰ একৰূপতা ধৰি ৰাখিব নোৱাৰাত বিশৃংখলাৰ মাত্ৰা বাঢ়িছে। তদুপৰি সাম্প্ৰতিক বিশ্বায়নৰ কু-প্ৰভাৱ, বৈদ্যুতিন মাধ্যমৰ প্ৰত্যাহ্বান আৰু ইংৰাজী বা হিন্দী আদিৰ দৰে

বৃহৎ ভাষাগোষ্ঠীৰ অহোৰাত্ৰ আগ্ৰাসনৰ পৰিপ্ৰেক্ষিতত অসমীয়া ভাষাৰ সমস্যাবোৰ কেৱল আখৰ-জোঁটনিতে সীমিত হৈ নাথাকি বহুতৰপীয়া হ'ল। এনে পৰিস্থিতিত সভাই অনুভৱ কৰে যে, অসমীয়া ভাষাৰ গভীৰ তাত্ত্বিক আলোচনাৰ ভেটিত প্ৰায়োগিক দিশৰ সমস্যাসমূহ সমাধান নকৰিলে ভাষাটোৰ বিকাশ আৰু প্ৰসাৰ ৰুদ্ধ হ'ব। সেয়ে, অসমীয়া ভাষাৰ আসোঁৱাহ সমূহ দূৰ কৰিবলৈ "অসমীয়া ভাষা ঃ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ" শীৰ্ষক এখনি জাতীয় কৰ্মশালা তথা আলোচনা সত্ৰৰ আয়োজন কৰিবলৈ সভাই সিদ্ধান্ত লয়। সেই মৰ্মে সভাই ইয়াৰ দূৰ-সংযোগ পাঠ্যক্ৰম সংসদ আৰু কেন্দ্ৰীয় তত্ত্ব গৱেষণা সংস্থানৰ উদ্যোগত, জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সহযোগত ২০১১ খ্ৰীষ্টাব্দৰ ২৪-২৮ জুনত পাঁচ দিনীয়াকৈ যোৰহাটত আয়োজন কৰা উক্ত জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰত অসমৰ মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ গৱেষক আৰু ভাষাবিদসকল, কম্পিউটাৰত অসমীয়া চফ্‌ট্‌ৱেৰ বিকাশৰ কামত জড়িত অভিযন্তা তথা বিজ্ঞানীসকল, অসমীয়া ভাষাৰ আভিধানিকসকল আৰু ভাষা-সচেতন ব্যক্তিসকলে অংশগ্ৰহণ কৰে। আলোচনা-সত্ৰ আৰু কৰ্মশালাত উত্থাপিত বিষয়সমূহ খৰচি মাৰি আলোচনা কৰা হয় আৰু কেতবোৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়।

জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰৰ লক্ষ্য আৰু উদ্দেশ্য এনেধৰণৰ—

লক্ষ্য ঃ অসমীয়া ভাষাৰ প্ৰায়োগিক দিশৰ আসোঁৱাহসমূহ আঁতৰাই ভাষাটোক যুগোপযোগী কৰি বিজ্ঞানসন্মতভাৱে প্ৰতিষ্ঠা কৰা।

উদ্দেশ্য ঃ (ক) তাত্ত্বিক আৰু প্ৰায়োগিক দুয়ো দিশৰ পৰা এটা ভৱিষ্যৎমুখী দৃষ্টিৰে বিবেচনা কৰি অসমীয়া বৰ্ণ, স্বৰ-চিহ্ন, যুক্তাক্ষৰ; ইবিলাকৰ সৰলীকৰণ সম্পৰ্কে ইতিমধ্যে থকা মত-পাৰ্থক্য দূৰ কৰি এটা সৰ্বসন্মত সিদ্ধান্ত গ্ৰহণ কৰা।

(খ) অসমীয়া আখৰ-জোঁটনি, প্ৰত্যয়-বিভক্তি যোগ, বাক্য-সংগতি, ভাব-সংগতি, যতি চিহ্নৰ ব্যৱহাৰ আদি সম্পৰ্কে সৰ্বসন্মত সিদ্ধান্ত লোৱা।

(গ) বিদেশী ভাষাৰ লিপ্যন্তৰকৰণত থকা বেমেজালি আৰু মতানৈক্য দূৰ কৰা।

(ঘ) অসমীয়া অভিধানসমূহৰ মাজত সমৰূপতা অনা।

(ঙ) অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰৰ বাবে ল'বলগীয়া ব্যৱস্থাৱলী নিৰ্ধাৰণ কৰা।

জাতীয় কৰ্মশালা আৰু আলোচনা-সত্ৰৰ মূল বিষয় হ'ল 'অসমীয়া ভাষা ঃ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ' আৰু উপ বিষয় হ'ল ঃ (ক) লিপি (বৰ্ণ) (খ) আখৰ-জোঁটনি (গ) লিপ্যন্তৰ (ঘ) অসমীয়া কম্পিউটাৰ চফ্‌ট্‌ৱেৰৰ বিকাশ।

পাঁচদিনীয়া এই কাৰ্যসূচী ৰূপায়িত হয় এনেদৰে —

| তাৰিখ | বিষয় | সঞ্চালক |
|---|---|---|
| ২৪ জুন ২০১১ খ্ৰীঃ | অসমীয়া লিপি | *আলোচনা-সত্ৰ*<br>ড° ৰমেশ পাঠক<br>*কৰ্মশালা*<br>বিশ্বেশ্বৰ হাজৰিকা |
| ২৫ জুন ২০১১ খ্ৰীঃ | স্বৰচিহ্ন, যুক্তাক্ষৰ, সৰলীকৰণ, আখৰ-জোঁটনি, লিপ্যন্তৰকৰণ | *আলোচনা-সত্ৰ*<br>পদ্মশ্ৰী ৰংবং তেৰাং |
| *(এটি সংগঠনে 'অসম বন্ধ' আহ্বান কৰা বাবে ২৫ জুনৰ কৰ্মশালা অনুষ্ঠিত নহ'ল)* | | |
| ২৬ জুন ২০১১ খ্ৰীঃ | স্বৰচিহ্ন, যুক্তাক্ষৰ, সৰলীকৰণ, আখৰ-জোঁটনি, লিপ্যন্তৰকৰণ | *আলোচনা-সত্ৰ*<br>ড° উপেন ৰাভা হাকাচাম<br>*কৰ্মশালা*<br>ড° নগেন শইকীয়া |
| ২৭ জুন ২০১১ খ্ৰীঃ | অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ | *আলোচনা-সত্ৰ*<br>ড° ভগৱান চন্দ্ৰ মৰল<br>*কৰ্মশালা*<br>ড° দীনেশ চন্দ্ৰ গোস্বামী |
| ২৮ জুন ২০১১ খ্ৰীঃ | অসমীয়া কম্পিউটাৰ চফ্‌টৱেৰৰ বিকাশ | *আলোচনা-সত্ৰ*<br>ড° শিখৰ কুমাৰ শৰ্মা |

অসম সাহিত্য সভাৰ জাতীয় কৰ্মশালা আৰু আলোচনা-সত্ৰত সমল ব্যক্তি হিচাপে অংশ গ্ৰহণ কৰে - শ্ৰী দেৱেন দত্ত, ড° বসন্ত কুমাৰ গোস্বামী, ড° মদন শৰ্মা, ড° অৰ্পণা কোঁৱৰ, ড° দেৱব্ৰত শৰ্মা, ড° জ্যোতিৰেখা হাজৰিকা, ড° বিশ্বজিৎ দাস, ড° বিভা ভৰালী, ড° খগেশসেন ডেকা, ড° দিলীপ কলিতা, ড° সুবাসনা মহন্ত, শ্ৰী বুলজিৎ বুঢ়াগোহাঁই, শ্ৰী অনিল বৰুৱা আৰু শ্ৰী অম্বেশ্বৰ গগৈয়ে।

ইতিমধ্যে অসমীয়া ভাষা সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ সম্পৰ্কীয় প্ৰস্তাৱ সমূহৰ ক্ষেত্ৰত সভাই পদক্ষেপ গ্ৰহণ কৰিছে। এখন পূৰ্ণাংগ অভিধান, এখন সংক্ষিপ্ত বিদ্যাৰ্থী অভিধান, এখন চফ্‌টৱেৰৰ অভিধান প্ৰণয়নৰ আৰু কাম হাতত লোৱা হৈছে। আখৰ-জোঁটনিৰ এখন হাতপুথিৰ কামো আগ বঢ়োৱা হৈছে। মাতৃভাষা আৰু ৰাজ্য ভাষা সম্পৰ্কীয় সিদ্ধান্ত সমূহ ৰূপায়ণৰ বাবে চৰকাৰৰ ওচৰত দাবী জনোৱা হৈছে। ইউনিক'ড পেজত অসমীয়া ভাষাৰ লিপি 'বাংলা'ৰ পৰিৱৰ্তে কামৰূপী লিপি হ'ব লাগে বুলি অসম চৰকাৰ, ভাৰত চৰকাৰ আৰু ইউনিক'ড ফৰামত দাবী জনাবলৈ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাষা-প্ৰযুক্তিবিদ্যা উন্নয়ন প্ৰকল্পৰ লগত যুটীয়াভাৱে পদক্ষেপ গ্ৰহণ কৰা হৈছে। যুক্তাক্ষৰ সৰলীকৰণ সম্পৰ্কত সভাই অসমীয়া প্ৰচলিত চফ্‌টৱেৰকেইটা সংস্কাৰ সাধনৰ বাবে যোগাযোগ কৰিবলৈ সিদ্ধান্ত লৈছে।

অসমীয়া আখৰ-জোঁটনি আৰু লিপ্যন্তকৰণ সম্পৰ্কীয় এই পুস্তিকাখন উক্ত জাতীয় কৰ্মশালাৰে ফচল। ইয়াৰ উপৰি, পঠিত গৱেষণাপত্ৰবিলাক সামৰি এখন গ্ৰন্থ প্ৰণয়নৰ কামো চলাই থকা হৈছে। এই খিনিতে উল্লেখযোগ্য যে, আখৰ-জোঁটনি আৰু লিপ্যন্তকৰণ সম্পৰ্কীয় এই সিদ্ধান্তসমূহ তাত্ত্বিক বিশ্লেষণৰ পৰা আহৰণ কৰা। ইয়াৰ প্ৰায়োগিক দিশৰ সমস্যাৱলী সম্পৰ্কে অধিক আলোচনাৰ বাট আছে। এই দীৰ্ঘদিনীয়া সমস্যাটো জাতিটোৰ প্ৰতিজন সচেতন ব্যক্তিৰ বাবে আহুকলীয়া বিষয়। কেইটামান ঘণ্টাৰ আলোচনাত সকলো সমস্যাৰে সমাধান সূত্ৰ নোলায় বুলি সভাই বিশ্বাস কৰে। সেয়ে, সিদ্ধান্ত সমূহৰ গ্ৰহণৰ ক্ষেত্ৰত সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতি অৱলম্বন কৰা হৈছে। জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰৰ ২৮ জুন ২০১১ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত সামৰণি অনুষ্ঠানত কেউদিনৰ প্ৰস্তাৱসমূহ পাঠ কৰা হয় আৰু আলোচনাৰ বাবে গ্ৰহণ কৰা হয়। সেই অনুসৰী সমল ব্যক্তিসকল, বাতৰি কাকতৰ সম্পাদকসকল, অসম চৰকাৰৰ শিক্ষা বিভাগ, অসমৰ কেউখন বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগলৈ প্ৰস্তাৱসমূহ প্ৰেৰণ কৰি তেখেতসকলৰ পৰা মতামত তথা সংশোধনী আহ্বান কৰা হয়। দুখৰ বিষয় যে, অসমৰ শিক্ষাসদী বৃহত্তম অনুষ্ঠানকেইটাৰ প্ৰায় কেইটাই এই দিশত নিস্পৃহা প্ৰদৰ্শন কৰিলে। সংগৃহীত পৰামৰ্শাৱলীৰ ভিত্তিত ১ অক্টোবৰ, ২০১১ খ্ৰীষ্টাব্দ তাৰিখে গুৱাহাটীত সভাৰ ভাষা উপদেষ্টা পৰিষদৰ বৈঠকত খচৰাসমূহক এটা চূড়ান্ত ৰূপ দিবলৈ যত্ন কৰা হয়। এই চূড়ান্ত খচৰাক ১৩ নৱেম্বৰ, ২০১১ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকত গ্ৰহণ কৰা হয়। সভাই ততাতৈয়াকৈ ভাষা আৰু লিপিৰ সংস্কাৰ সাধনৰ দৰে স্পৰ্শকাতৰ বিষয় এটাত সিদ্ধান্ত ল'ব বিচৰা নাই। সভাই এটা বৌদ্ধিক মঞ্চ তৈয়াৰ কৰিবলৈ যত্ন কৰিছে যাতে মুকলি আৰু সুস্থ আলোচনাৰ যোগেদি ভাষাটোৰ সমস্যাবিলাক আঁতৰ কৰিব পাৰি।

পাঁচদিনীয়া এই জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰ আয়োজন কৰাত সহযোগ আগবঢ়োৱাৰ বাবে অসমৰ এখন আগশাৰীৰ শিক্ষানুষ্ঠান যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষ ড° বিজয় চন্দ্ৰ শৰ্মাকে ধৰি মহাবিদ্যালয় পৰিয়ালৰ সকলো সদস্যকে ধন্যবাদ জনালোঁ। এই উদ্দেশ্যে গঠিত আদৰণি সমিতিৰ সভাপতি ভৱ গোস্বামী কাৰ্যকৰী সভাপতি বাবুলাল গগৰ আৰু সম্পাদক সুৰেশ নেওগক এই আপাহতে কৃতজ্ঞতা জনালোঁ। জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰৰ প্ৰতি দিনৰ প্ৰস্তাৱৰ খচৰা প্ৰস্তুত কৰা 'খচৰা প্ৰস্তাৱ প্ৰস্তুতি সমিতি'ৰ সদস্যসকল যথাক্ৰমে - (১) ড° কুতুবুদ্দিন আহমেদ, ভাৰপ্ৰাপ্ত পঞ্জীয়ক, অসম তত্ত্ব গৱেষণা সংস্থান, (২) ড° নৰেন কলিতা, কাৰ্যনিৰ্বাহক সদস্য, (৩) ড° ৰামচন্দ্ৰ ডেকা, কাৰ্যনিৰ্বাহক সদস্য, (৪) ড° জ্যোতিৰেখা হাজৰিকা, পত্ৰিকা সম্পাদক, (৫) শ্ৰী পৱিত্ৰ বৰবৰা, আহ্বায়ক, দূৰসংযোগ পাঠ্যক্ৰম, (৬) শ্ৰী হেমেন চন্দ্ৰ হাজৰিকা, কাৰ্যনিৰ্বাহক সদস্য, (৭) শ্ৰী পৰশু তামুলী, কাৰ্যনিৰ্বাহক সদস্য, (৮) ইছমাইল হুছেইন, কাৰ্যনিৰ্বাহক সদস্য, (৯) ৰমানন্দন বৰা, সমন্বয়ক, দূৰ-সংযোগ পাঠ্যক্ৰম সংসদ, (১০) ড°অৰূপ কুমাৰ নাথ, দৰং জিলা সাহিত্য সভা। গুৱাহাটীত অনুষ্ঠিত হোৱা ভাষা উপদেষ্টা পৰিষদৰ বৈঠকৰ পৃষ্ঠপোষকতা আগ বঢ়ালে 'জনসাধাৰণ কাকত গোষ্ঠী'য়ে। কাকতখনৰ সম্পাদক ড° শিৱনাথ বৰ্মনে এই ক্ষেত্ৰত বিশেষ আগভাগ ল'লে। জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰ সমন্বয়কৰ গুৰু দায়িত্ব সুচাৰুৰূপে পালন কৰি এই কাৰ্যসূচীত এক গতি প্ৰদান কৰিলে উদ্যমী লেখক ৰমানন্দন বৰাই। কেন্দ্ৰীয় কাৰ্যালয়ৰ সহকাৰী সম্পাদক দেৱজিৎ বৰাই এই অনুষ্ঠানটিৰ সফল ৰূপায়ণৰ বাবে অহোপুৰুষাৰ্থ কৰিলে। উদীয়মান লেখিকা ড°ৰাজশ্ৰী হাজৰিকাই বিশেষ সহায় আগ বঢ়ালে। সকলোজনলৈকে ধন্যবাদ জ্ঞাপন কৰিলোঁ।

আখৰ-জোঁটনি সম্পৰ্কীয় সভাৰ সিদ্ধান্তসমূহে ভাষাটোৰ জটিলতা কিছু দূৰ কৰিলে সভাৰ উদ্দেশ্য পূৰণ হ'ব। এই ক্ষেত্ৰত সকলোৰে সহযোগিতা কামনা কৰিলোঁ।

**পৰমানন্দ ৰাজবংশী**
**প্ৰধান সম্পাদক**
**অসম সাহিত্য সভা**

## সম্পাদকৰ একাষাৰ

'অসমীয়া ভাষা ঃ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ' শীৰ্ষক অসম সাহিত্য সভাই ২০১১ চনত আয়োজন কৰা জাতীয় কৰ্মশালা আৰু আলোচনা-সত্ৰত পঠিত গৱেষণা-পত্ৰসমূহৰ নিৰ্বাচিত একাংশ এইগ্ৰন্থত সন্নিবিষ্ট হৈছে। সন্নিবিষ্ট গৱেষণা-পত্ৰ কেইখনত প্ৰতিফলিত দিশকেইটা হৈছে ঃ ক. অসমীয়া ভাষাৰ আখৰ-জোঁটনি সমস্যাৰ সমাধান, খ. বৰ্তমান প্ৰজন্ম আৰু অসমীয়া ভাষাৰ ৰূপ, গ. অসমীয়া বৰ্ণমালা আৰু ইয়াৰ সৰল ৰূপ, ঘ. লিপ্যন্তৰকৰণ, ঙ. বৈদ্যুতিন মাধ্যমত অসমীয়া ভাষাৰ প্ৰয়োগ, চ. অসমীয়া ভাষা পৰিকল্পনা। আটাইকেইখন গৱেষণা-পত্ৰত সমস্যাৰ সমাধান সম্পৰ্কে বিস্তৃত আলোচনা নাথাকিলেও, সিবিলাকৰ মতামতসমূহ সিদ্ধান্তগ্ৰহণৰ কালত অসম সাহিত্য সভাৰ ভাষা উপদেষ্টা পৰিষদে গুৰুত্ব সহকাৰে বিবেচনা কৰিছে। অন্যপ্ৰকাৰে, গৱেষণা-পত্ৰত প্ৰকাশিত মতামত লেখকৰ নিজা। ইয়াত সভাৰ বা সম্পাদকৰ হস্তক্ষেপ নাই। লেখকৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত হাত দিয়া হোৱা নাই। এইখিনিতে উল্লেখযোগ্য যে, কৰ্মশালা আৰু আলোচনা-সত্ৰৰ সঞ্চালকসকল আৰু সৰহ সংখ্যক সমল ব্যক্তিৰ বক্তব্য মৌখিক হোৱা বাবে ইয়াত সন্নিবিষ্ট নহ'ল। সেয়ে হ'লেও তেখেতসকলৰ মতামত সভাই গ্ৰহণ কৰা সিদ্ধান্তসমূহত প্ৰতিফলিত হৈছে। এই কৰ্মশালাৰ পাঁচোদিনৰ কাৰ্যসূচী ভিডিঅ' ৰেকৰ্ডিং কৰি সংৰক্ষণৰ ব্যৱস্থা কৰা হৈছে। আগ্ৰহীজনে সংগ্ৰহ কৰিব পাৰিব।

গ্ৰন্থখনৰ সম্পাদনাকালত বহুমূলীয়া দিহা-পৰামৰ্শৰে উপকৃত কৰা অসম সাহিত্য সভাৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাং, প্ৰধান সম্পাদক তথা গ্ৰন্থৰ মুখ্য সম্পাদক ড° পৰমানন্দ ৰাজবংশী, অসম তত্ত্ব গৱেষণা সংস্থানৰ পঞ্জীয়ক ড° কুতুবুদ্দিন আহমেদ, দূৰ-সংযোগ পাঠ্যক্ৰম সংসদৰ আহ্বায়ক পৱিত্ৰ বৰুৱা, কেন্দ্ৰীয় কাৰ্যালয়ৰ সহকাৰী সম্পাদক দেৱজিৎ বৰাৰ প্ৰতি কৃতজ্ঞতা জনালোঁ। আৰ্হিপাঠৰ ভ্ৰান্তিঅপনয়ন কৰি সহায় কৰা ড° ৰাজশ্ৰী হাজৰিকা আৰু প্ৰশান্ত বৰাৰ শলাগ ল'লোঁ।

সংশ্লিষ্ট বিষয়ৰ চৰ্চাত গ্ৰন্থখনে গুৰুত্ব লাভ কৰিলে প্ৰণয়নৰ লক্ষ্য সাধিত হ'ব। শেষত, অজানিতে হোৱা ভুল-ভ্ৰান্তিৰ বাবে সুধীজনৰ ওচৰত ক্ষমা বিচাৰিলোঁ।

বমানন্দন বৰা

প্ৰথম খণ্ড ঃ মুল বক্তৃতা

# অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ

ড° ৰমেশ পাঠক

এই জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰৰ মূল বক্তৃতা প্ৰদানৰ বাবে মোক আমন্ত্ৰণ কৰি অনাৰ বাবে কৰ্মকৰ্তাসকলক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিও সঁচা কথাষাৰ ক'বলৈ মই বাধ্য — এনে এক ব্যাপক আৰু গভীৰ বিষয়ত দিক্-নিৰ্ণায়ক বা চিন্তা - উদ্ৰেককাৰী বক্তৃতা দিয়াৰ জোখাৰে এই অভাজনৰ জ্ঞানৰ টোপোলা তেনেই উদং। সেইবাবে সাৰগৰ্ভ কিবা এটা কোৱাৰ ভাও জোৰাৰ ধৃষ্টতাও মোৰ নাই। সঁচা কথা, সৃষ্টিশীল সাহিত্যিক হিচাপে সুধীজনৰ আশীৰ্বাদ পোৱাৰ পাছতো সত্তৰৰ দশকত নাটকীয়ভাৱে ভাষাবিজ্ঞান চৰ্চাৰ ক্ষেত্ৰখনলৈ মই আকৃষ্ট হৈছিলোঁ আৰু বিগত চাৰিটা দশকৰ নিৰলস সাধনাৰ পাছতো আজি মোৰ অনুভৱ — মই যেন এতিয়াও ক ঃ পন্থা — পথ কেনি বুলি খেপিয়াই ফুৰা এগৰাকী দিশহাৰা অভিযাত্ৰীহে। ভাষাৰ জগতখন প্ৰশান্ত মহাসাগৰৰ দৰে গভীৰ আৰু বিশাল। ইয়াত সাঁতুৰি-নাদুৰি অৱগাহন কৰাৰ এক অনামী আনন্দ আছে — পাৰাপাৰ পোৱাৰ বা গভীৰতা বুজাৰ সম্পূৰ্ণ ক্ষমতা যেন কাৰোৱেই নাই।

ব্যক্তিগত বকলা দীঘলীয়া নকৰি পোনে-পোনে বিষয়বস্তুলৈ আহিছোঁ। এই কৰ্মশালা তথা আলোচনা সত্ৰৰ উদ্দেশ্য হৈছে অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ সম্পৰ্কে চুলি-ছিঙা বিচাৰ কৰি দিক্-নিৰ্ণায়ক আঁচনি গ্ৰহণ কৰা আৰু তেনে আঁচনি ৰূপায়ণৰ বাস্তৱ পন্থা উদ্ভাৱন কৰা। তিনিওটা দিশতে অলেখ উপবিষয় অচ্ছেদ্যভাৱে

জড়িত হৈ আছে আৰু সকলোবোৰ দিশৰে পুংখানুপুংখ আলোচনা মূল বক্তৃতাৰ কথা বাদেই, এই পাঁচদিনীয়া শিবিৰতো সম্ভৱ বুলি মই নাভাবোঁ। সেইবাবে সৰুসুৰা খুঁটিনাটিলৈ নগৈ সমস্যাবোৰৰ ওপৰত বিহংগম দৃষ্টিৰেহে আলোকপাত কৰিম। এনে কৰোঁতে, হাবিত গছ হেৰোৱাৰ দৰে গুৰুত্বপূৰ্ণ দিশ দুই এটা অ'ত ত'ত উপেক্ষিত হ'ব পাৰে। আশা ৰাখিছোঁ, সত্ৰৰ উপবিভাগৰ আলোচনাত সেইবোৰৰ পৰ্যালোচনা হ'ব।

**সংৰক্ষণ ঃ**

চলন্ত অভিধানমতে সংৰক্ষণ শব্দটোৰ অৰ্থ হ'ল — "নিৰাপদে ৰখা কাৰ্য; বিশেষ উদ্দেশ্যে আছুতীয়াকৈ ৰখা কাৰ্য।" ইংৰাজীত ইয়াক Preservation বোলে। The Millennium Pronouncing Anglo Assamese Dictionary মতে preserve শব্দৰ অৰ্থ হ'ল — ১। নিৰাপদে ৰাখ ২। সংৰক্ষণ কৰ, নষ্ট বা বেয়া নোহোৱাকৈ ৰাখ ৩। পৰিৱৰ্তন নোহোৱাকৈ ৰাখ ৪। চৰাই আদি পোহ।

অসম সাহিত্য সভাই 'সংৰক্ষণ' শব্দৰ যোগেদি কোনটো অৰ্থত গুৰুত্ব আৰোপ কৰিব খুজিছে সেই কথা স্পষ্ট নহয় যদিও বাতৰি-কাকতত প্ৰকাশিত বিবৃতিটোৰ পৰা মই যি অনুমান কৰিব পাৰিছোঁ সেয়া হ'ল— নিৰাপদে ৰখা বা নষ্ট বা বেয়া নোহোৱাকৈ ৰখা। পৰিৱৰ্তন নোহোৱাকৈ সংৰক্ষণ কৰাৰ কথা অথবা গঁড়, বাঘ আদিৰ বিলুপ্তিৰ সম্ভাৱনালৈ আশংকা প্ৰকাশ কৰাৰ দৰে আইনী সংৰক্ষণৰ কথা নিশ্চয় ভবা নাই।

গোহাৰিত উল্লেখ কৰামতে বিশ্বায়নৰ সৰ্বগ্ৰাসী প্ৰভাৱ, বৈদ্যুতিন মাধ্যমৰ প্ৰত্যাহ্বান আৰু বৃহৎ ভাষাগোষ্ঠীৰ অহোৰাত্ৰ আগ্ৰাসনৰ পৰিপ্ৰেক্ষিতত‌হে এই আশংকা কৰা হৈছে। যদি সেয়াই হয়, 'সংৰক্ষণ'ৰ 'নিৰাপদে ৰখা' অৰ্থটোহে অৰ্থাৎ 'সুৰক্ষা'হে এই সত্ৰৰ আলোচ্য বিষয় হ'ব। সাহিত্য সভাৰ ফালৰ পৰা প্ৰকাশ কৰা আশংকাৰ গুৰুত্ব আছে। কিন্তু অসমীয়া ভাষাৰ সাম্ভাব্য দুৰ্যোগ এয়াই নহয়। ভাষাৰ বাহ্যিক প্ৰভাৱতকৈও আভ্যন্তৰীণ সংকটহে অধিক ভয়াৱহ। মোৰ বোধেৰে অসমীয়া ভাষাৰ যদি প্ৰকৃততে কিবা সংকট আহিছে তেনে সেই সংকটৰ বাবে দায়ী অসমীয়া শিক্ষিত আৰু মধ্যবিত্ত শ্ৰেণীটোহে। ব্যাখ্যাহীন হীনমন্যতাত ভোগা এইচাম ব্যক্তিয়ে অসমীয়া ভাষাটো সমাজৰ নিম্নস্তৰৰ বাবে আছুতীয়াকৈ ৰাখি নিজৰ ল'ৰা-ছোৱালীক অসমীয়া শিক্ষাৰ সুবিধা নথকা ব্যক্তিগত খণ্ডৰ ইংৰাজী মাধ্যমৰ বিদ্যালয়ত পঢ়ুৱাবলৈ লৈছে। আনকি "মোৰ ল'ৰাটোৱে বা ছোৱালীজনীয়ে অসমীয়া নাজানে" বুলি গৌৰৱ কৰা লোকৰ সংখ্যাও লেখি শেষ কৰিব নোৱৰা পৰ্যায় পাইছেগৈ। আই, পিতা, পেহী, মাহী নোহোৱা হ'ল; পাপা, মম আণ্টিয়ে বৰপীৰা পাৰি বহিল। "ৰাতিপুৱা মৰ্নিং ওৱাক কৰা" লোক সীমাহীন। গড্ডালিকা প্ৰৱাহত বিশ্বাসী অসমৰ শিক্ষিত আৰু মধ্যবিত্ত সমাজ ইংৰাজী মাধ্যমৰ প্ৰতি এনে ধৰণে ধাৱমান হৈছে যে মোৰ ভয় হৈছে এই শতিকাৰ দ্বিতীয় অৰ্ধেকতে অসম সাহিত্য সভাৰ নামটোও সলাই Assam Literary Society কৰিব লগা হ'ব। 'চাহ এটা', 'ৰুটী এটা', 'তামোল এটা' — কিমান শুনিব? অসমীয়া ভাষাত নামনি অসমৰ শব্দ বা প্ৰকাশভংগী কিবাকৈ সোমালে ভাষাটো



বিজতৰীয়া হ'ল বুলি হায়ে-বিয়ে লগোৱাসকলে বৈদ্যুতিন মাধ্যমত "পুৰণি গীত কিমান চাব" (গীত নুশুনে, চায়) বুলি ক'লেও মনে মনে থাকে। কিয় জানেনে? বেয়া পালে সেই 'চেনেল'টোৱে নমতাৰ ভয়ত। এই অভাজনে অসমীয়া ভাষাৰ কেবাটাও গুৰুত্বপূৰ্ণ দিশৰ ওপৰত আলোকপাত কৰি কিমান যে লিখিলোঁ। কোনেও একো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰিলে, আনকি মোৰ চিন্তাধাৰা যে ভুল সেই কথা আঙুলিয়াই দিওঁ একো লেখা নোলাল!! এবাৰ মোৰ প্ৰবন্ধ এটাত থকা "শিৰোনামা" শব্দটো আৰ্হি-পাঠকে শুধৰাই "শিৰোনাম" কৰি ছপোৱাত "শিৰোনামা" কিয় শুদ্ধ সেই কথা যুক্তিসহকাৰে বিশ্লেষণ কৰি সম্পাদকলৈ চিঠি এখন দিলোঁ। চিঠিখন ছপাই তাৰ তলতে সম্পাদকে টোকা এটা দিলে — "যিয়ে যি নকওক, আমি শিৰোনাম লিখিমেই।" ক'ত মৰে মৰক! মোৰ বক্তব্য যে ভুল আছিল সেই কথা খণ্ডন নকৰাকৈয়ে সম্পাদকৰ খাৰাংখাচ মন্তব্য — "আমি লিখিমেই।"

সংৰক্ষণৰ ইতিবাচক আৰু নেতিবাচক দিশ দুইটাই আছে। অসমীয়া ভাষাৰ যিবোৰ প্ৰাচীন নিদৰ্শন যেনে শিলালিপি, তাম্ৰলিপি আদি সেইবোৰ সংৰক্ষিত হোৱা উচিত। সাঁচিপতীয়া পুথিবোৰৰ কথা ক'বই নালাগে। আনহাতে আধুনিক যুগত ৰচিত এনে অলেখ মূল্যৱান গ্ৰন্থ আছে, যিবোৰৰ পুনৰ্মুদ্ৰণৰ সম্ভাৱনা ক্ষীণ আৰু অনাদৃতভাৱে পুথিভঁৰালত উৱলি যাব ধৰিছে সেইবোৰ বিজ্ঞানসন্মতভাৱে সংৰক্ষণ কৰাটো আমাৰ জাতীয় দায়িত্ব। অসমৰ জাতীয় চৰিত্ৰত সংৰক্ষণৰ মনোবৃত্তি নাই। আমি কটন কলেজৰ প্ৰশাসনীয় ভৱন ভূলুণ্ঠিত কৰি আহ্লাদিত হোৱা জাতি। তেনে এটা জাতিৰ পৰা পুৰণি পুথিৰ সংৰক্ষণৰ দৰে যশস্যাবৰ্জিত আৰু লাভদায়ক কাম বিচৰাটো হয়তো সমীচীন নহ'ব। তথাপি, এৰা তথাপি, এতিয়াও সম্ভৱতঃ সকলো নিঃশেষ হৈ যোৱা নাই। সমাজত এতিয়াও দুই এজন এনে ব্যক্তি আছে যি সেইবোৰ যথাযোগ্য ৰূপত সংৰক্ষিত হোৱাটো বিচাৰে। অসম সাহিত্য সভাই এই দিশটোৰ প্ৰতি গুৰুত্ব দিয়া কাৰ্য উচিত কামেই হৈছে বুলি মই ভাবোঁ।

আনহাতে ভাষা এটাক পৰিৱৰ্তন হ'বলৈ নিদি অবিকৃত ৰূপত ৰখাৰ প্ৰচেষ্টাও বিজ্ঞানসন্মত নহয়। সংৰক্ষণ মানে যদি নষ্ট বা বেয়া নোহোৱাকৈ ৰখাটো হয় তেনে ভাষাৰ ক্ষেত্ৰত সেয়া কিমান দূৰ প্ৰযোজ্য সেই কথা নিৰ্মোহ দৃষ্টিৰে বিশ্লেষণ কৰা উচিত হ'ব। সময়ৰ লগে লগে ভাষাৰ পৰিৱৰ্তন হয়। বিকাশমুখী আৰু বিকশিত ভাষাৰ ক্ষেত্ৰত এই কথা অধিক সঁচা। শংকৰদেৱৰ ভাষাৰ স্তৰতে জোনাকী যুগৰ ভাষা ৰৈ থকা নাছিল আৰু আজিৰ অসমীয়া ভাষাও জোনাকী যুগতে ৰৈ থকা নাই। আচলতে এটা ভাষা যিমানে বিকাশমুখী সি সিমানেই পৰিৱৰ্তনমুখীও। ভাষাৰ পৰোৎকৰ্ষৰ (perfection) সোণালী যুগ এটি নাই যাক সদায়েই অত্যুত্তম বা নিখুঁত মান বুলি ধৰিব পাৰি আৰু তাৰ পৰা আঁতৰি গ'লেই ভাষাৰ 'বিশুদ্ধতা' নোহোৱা হয়।

ভাষাৰ তথাকথিত 'বিশুদ্ধতা' নিৰ্ভৰ কৰে সেই ভাষা কোৱা মানুহৰ ওপৰত। কিন্তু সেই ভাষিক সম্প্ৰদায়তো ঔপভাষিক বা আঞ্চলিক স্তৰ আছে। তথাপি মান্য-ভাষা কোৱা অঞ্চলৰ ৰূপটোকেই যেতিয়া লিখিত ৰূপত স্বীকৃতি দিয়া হয়, সেইবাবে বাকী

উপভাষাগত ৰূপৰ কথা সাময়িকভাৱে মনলৈ নানিলেও হ'ব। কিন্তু মান্য ঔপভাষিক অঞ্চলৰ কথিত ৰূপ আৰু লিখিত মান একে নহয়। তদুপৰি কথিত ৰূপৰো স্তৰ আছে — সাংস্কৃতিক স্তৰ (Cultural level) আৰু কাৰ্যকৰী স্তৰ (Functional level)। মিচিং, মৰান, মটক, আহোম জনগোষ্ঠীৰ কথিত ৰূপৰ সৈতে লিখিত মানৰ পাৰ্থক্য আছে। উচ্চাৰণ, শব্দ প্ৰয়োগ আদিত এনে পাৰ্থক্য চকুত লগা।

আনহাতে অসমীয়া ভাষাৰ নাভিকেন্দ্ৰ এতিয়া শিৱসাগৰ নহয়। ধীৰ অথচ নিশ্চিত গতিত ই ডিচপুৰ বা গুৱাহাটীলৈ গতি কৰি আছে। মান্য-ভাষাৰ কেন্দ্ৰ সলনি হ'ব ধৰিছে অথচ সম্পূৰ্ণ হোৱা নাই— এই সঞ্চৰণ বা স্থান পৰিৱৰ্তনৰ আলি দোমোজাত বৰ্তমানৰ অসমীয়া ভাষা। স্বাভাৱিকতেই সঞ্চৰণৰ কাল-ছোৱাত প্ৰত্যাশিত বা অপ্ৰত্যাশিত ৰূপত কিছু পৰিৱৰ্তন ঘটিবই। ইয়াৰ অৰ্থ এনে নহয় যে সঞ্চৰণৰ সময়ছোৱা অৰাজকতাৰ কাল।

জীৱন্ত আৰু বিকশিত ভাষা সত্বেও অসমীয়া ভাষাৰ সংৰক্ষণৰ কথা যেতিয়া অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে কৰে, তেতিয়া অৱধাৰিতভাৱেই এনেবোৰ প্ৰশ্ন মনলৈ আহে —

(১) অসমীয়া ভাষা বিলুপ্তিৰ পথত (২) অসমীয়া ভাষাটো এনেদৰে বিকৃত হ'ব ধৰিছে যে এনে বিকৃতিৰ পৰা ৰক্ষা কৰা প্ৰয়োজন। ইয়াৰে প্ৰথমটো আশংকাৰ কেবাটাও দিশ আছে। অলপতে United Nations Educational, Scientific and cultural organisation নামৰ সংস্থাটোৱে চলোৱা গৱেষণাত পৃথিৱীৰ অলেখ সৰুসুৰা ভাষা অচিৰেই লোপ পাব বুলি আশংকা কৰি এখন প্ৰতিবেদন কৰিছিল। অধ্যয়নত দেখা গৈছে যে অৰ্থনৈতিক সাম্ৰাজ্যবাদৰ দৰে ভাষিক সাম্ৰাজ্যৰ বাদেও ভয়াবহ ৰূপ ধাৰণ কৰিছে আৰু ঘাইকৈ অৰ্থনৈতিক কাৰণতে ক্ষুদ্ৰ ভাষিক জনগোষ্ঠীয়ে নিজৰ ভাষা বাদ দি আন্তৰ্জাতিকভাৱে প্ৰভাৱশীল ইংৰাজী, ফৰাচী, স্পেনীয়, আৰবী আৰু চীনা ভাষা আঁকোৱালি লৈছে। ফলত, বিগত ৫০ বছৰত শ শ ভাষা লোপ পাইছে। এনেদৰে পৃথিৱীত থকা ছয় হাজাৰ ভাষা কমি আহিছে আৰু এই প্ৰক্ৰিয়া অব্যাহত থাকিলে অহা শতিকাত তিনি হাজাৰতকৈও কম ভাষাহে বাচি থাকিবগৈ। ভাৰততো এই দৃশ্য সুখকৰ নহয়। ১৮৯৮ চনত ছাৰ জৰ্জ গ্ৰীয়াৰ্ছনে নেতৃত্ব দিয়া Linguistic Survey of India মতে ভাৰতত ১৭৯ টা ভাষা আৰু ৫৪৪ টা উপভাষা পাইছিল। স্বাজোত্তৰ কালত ভাষা-জৰীপ হোৱা নাই যদিও ২০০৭ চনৰ পৰা National Linguistic Survey আৰম্ভ হৈছে আৰু প্ৰস্তাৱিত সময় ২০১৭ চনত প্ৰকাশ পালে স্পষ্ট ধাৰণা এটা ল'ব পৰা যাব।

সেই প্ৰতিৱেদন প্ৰকাশ হোৱাৰ লগে লগে অসমতো বৌদ্ধিক মহলত এটা মৃদু জোকাৰণি উঠিছিল যে এনেদৰে লোপ পাব লগা ভাষাৰ ভিতৰত অসমীয়াও পৰিব নেকি!! কিন্তু তাত্ত্বিকভাৱেই তেনে ধাৰণা অমূলক। কাৰণ, প্ৰতিৱেদনৰ মতেই যি ভাষাৰ লিখিত সাহিত্যৰ পৰম্পৰা হেজাৰ বছৰীয়া পুৰণি, যি ভাষাত এতিয়াও উচ্চমানৰ সাহিত্য



সৃষ্টি হৈ আছে, মহাবিদ্যালয়-বিশ্ববিদ্যালয়ত পাঠদানৰ লগতে গৱেষণা কাৰ্য অব্যাহত আছে, যি ভাষাই আধুনিক প্ৰযুক্তিবিদ্যাৰ সৈতে নিজকে খাপ খুৱাই লৈছে আৰু বিশেষ ভৌগোলিক খণ্ডত লক্ষাধিক লোকে দৈনন্দিন কাৰ্যত ব্যৱহাৰ কৰে তেনেবোৰ ভাষিক সম্প্ৰদায় শংকিত হোৱাৰ কাৰণ নাই। গতিকে বিশ্বায়নৰ কবাল-গ্ৰাসত পৰি অসমীয়া ভাষা বিলুপ্ত হ'ব বোলা ধাৰণা অবান্তৰ। এই লৈ ভীতিগ্ৰস্ত হোৱাৰো কাৰণ নাই।

দ্বিতীয় আশংকাৰ কাৰণ হ'ব পাৰে ৰাজনৈতিক। অসমীয়া অসমৰ ৰাজ্যভাষা। ভাৰতীয় সংবিধানমতে এটা ভাষাই ৰাজ্যভাষাৰ মৰ্যাদা লাভ কৰে জনসংখ্যাৰ ভিত্তিত। অসমৰ বেছি ভাগ থলুৱা জনগোষ্ঠীয়ে এইবাৰ লোক-পিয়লত নিজৰ মাতৃভাষা অসমীয়া বুলি ৰাজনৈতিক কাৰণতে নকয়। ফলত অসমীয়াভাষীৰ সংখ্যা লোক-পিয়লত কমাৰ সম্ভাৱনা প্ৰবল। এনে অৱস্থাত চৰ অঞ্চলৰ অধিবাসী মুছলমানসকলেও যদি অসমীয়া বুলি পৰিচয় নিদি বাংলাভাষী বুলি কয় তেনে অসমীয়া ভাষা দ্বিতীয় স্থানলৈ অৱনমিত হোৱাৰ ভয় আছে। অসমীয়াভাষীৰ কাৰণে অনাকাংক্ষিত হ'লেও ই হ'ব ৰূঢ় বাস্তৱ। তেনে এটা ঘটনা যাতে নঘটে সেই বিষয়ে আমি সজাগ আৰু সচেষ্ট হোৱা ভাল আৰু সুপৰিকল্পিত আঁচনিৰে সঠিক পদক্ষেপ লোৱা উচিত। যিহেতু এনে এটি অৱস্থা এতিয়াও হোৱা নাই, মোৰ বোধেৰে এই কাৰণতে অসম সাহিত্য সভাই সংৰক্ষণ বিচৰাৰ কথা ভবা নাই।

তৃতীয় আশংকা হ'ব পাৰে - অসমীয়া ভাষাত ঘটা অৰাজকতাক লৈ। ভাষা এটা জীয়াই থাকে সেই ভাষিক গোষ্ঠীটোৰ ভাষাটোৰ প্ৰতি থকা শ্ৰদ্ধা আৰু দায়বদ্ধতাৰ ওপৰত। অসমৰ বৈদ্যুতিন মাধ্যমসমূহে অসমীয়া ভাষাটোক বিকৃত কৰাৰ এক অঘোষিত প্ৰতিযোগিতাতহে যেন নামিছে। বানান, শব্দ-প্ৰয়োগ, উচ্চাৰণ, বাক্য-গাথঁনি — এনে এটা দিশ নাই য'ত অৰাজকতা সৃষ্টিৰ বাবে এই মাধ্যমসমূহে অহোৰাত্ৰ প্ৰচেষ্টা চলোৱা নাই। বিশেষ চেনেল এটাৰ নাম নকওঁ, টি ভি স্ক্ৰীনত প্ৰদৰ্শিত বানানৰ নমুনা এনে ধৰণৰ —

| | | | |
|---|---|---|---|
| অনুস্থান | অনুস্থিত | প্ৰতিস্থান | প্ৰতিস্থিত |
| ইৰাণ | কোৰাণ | পুৰষ্কাৰ | পৰিস্কাৰ |
| ভৌগলিক | সাহাৰ্য | দৈন্যতা | ঐক্যতা |
| দুধৰ্ষ | বিৰ্তক | সংমিশ্ৰন | সমিটি |
| আগমণ | ধূলিস্যাৎ | ময়ুৰ | চুৰ্চুমৈ ইত্যাদি। |

আচৰিত কথা, অসমৰ বৌদ্ধিক মহল, জাতীয় অনুষ্ঠান-প্ৰতিষ্ঠান সকলো নীৰৱ। অসমীয়া ভাষা এতিয়া যেন উদঙীয়া গৰুৰ চৰণীয়া পথাৰ — যাৰ যি মন গৈছে কৰিছে। ব্যাকৰণ বা অভিধান যেন অৰ্থহীন বস্তু। সঁচা কথা, জাতীয় অনুষ্ঠান হিচাপে সাহিত্য সভাৰ কৰণীয় বহুত আছে। কিন্তু আমাৰ ? তথাকথিত শিক্ষিতসকলৰ ? কৰণীয় একোৱেই নাইনে ? কাউৰী, শগুনৰ বৰ্ণনাৰে পাত ভৰোৱা লোকৰ অভাৱ নাই, অভাৱ ভাষা-সংস্কৃতিৰ অৱক্ষয় বোধ কৰাৰ বাবে মাত মতা শিক্ষিত মানুহৰ। অথচ ভাষাটোক কেন্দ্ৰ কৰিয়েই তেওঁৰ

পৰিচয়। আজি-কালি অসমীয়া মানুহৰ গা-মূৰ নিবিষায় - Pain কৰে; সিজোৰা কণী কোনেও নাখায় — boil কণীহে খায় (কিন্তু কিবা কাৰণত কণীক কামৰূপীমতে 'ডিমা' বুলি ক'লে ভাষাটো ৰসাতলে গ'ল বুলি হৈ চৈ লগায়); গাড়ী-মটৰত বহা ঠাই বা আসনৰ কথা কোনেও নোসোধে — Seat ৰ কথাহে সোধে। আনকি বাক্যৰ ভিতৰত বাৰে বাৰে 'So' ৰ উৎপাত আছেই।

চতুৰ্থ সাম্ভাব্য আশংকা হ'ব পাৰে অসমীয়াভাষীৰ সংখ্যা সংকোচনক লৈ। দ্বিতীয় আশংকাৰ আলোচনাত এই সমস্যাৰ সাধাৰণভাৱে উল্লেখ কৰা হৈছিল। অসমৰ বৰো, ৰাভা, মিচিং, তিৱা আদি জনগোষ্ঠীয়ে অসমীয়া মাধ্যমত পঢ়িব বুলি আশা কৰাটো ভুল হ'ব। এই জনগোষ্ঠীবোৰক শ্ৰদ্ধাপূৰ্বক বিশ্বাসত নলৈ ৰাজ্যভাষা আন্দোলন আৰু শিক্ষাৰ মাধ্যম আন্দোলনত আমি যি ঐতিহাসিক ভুল কৰিলোঁ তাৰ শুধৰণি হয়তো অদূৰ ভৱিষ্যতে নহ'ব। এই ক্ষুদ্ৰ জনগোষ্ঠীবোৰে আৰ্য অসমীয়া জনগোষ্ঠীৰ আগ্ৰাসনৰ শংকা অনুভৱ কৰিছিল। ক্ৰিয়া প্ৰতিক্ৰিয়াৰ পূৰ্বানুমান নকৰাকৈ আৱেগসৰ্বস্বভাৱে আন্দোলন কৰিলে তাৰ ফলাফল কি হ'ব পাৰে সেয়া সৰ্বজনবিদিত। দুৰ্ভাগ্যৰ কথা হ'ব, ইতিহাসৰ পৰা শিক্ষা নলৈ তেনে ভুলৰ পুনৰাবৃত্তি কৰাটো।

এতিয়া আৰম্ভ হৈছে বিভিন্ন জনগোষ্ঠীৰ নিজৰ নিজৰ ভাষাত শিক্ষা-গ্ৰহণ কৰাৰ দাবী। ভাষাবিজ্ঞানৰ ছাত্ৰ হিচাপে মই ক'ম— প্ৰত্যেক শিশুৱে প্ৰাথমিক শিক্ষা প্ৰথম ভাষাত, যাক সাধাৰণতে মাতৃভাষা বুলি কোৱা হয়, শিক্ষা লাভৰ সুবিধা পোৱা উচিত। ৰাষ্ট্ৰীয় শিক্ষা-নীতিতো এই অধিকাৰ মানি লোৱা হৈছে। ভাৰতীয় সংবিধানতো (Article 350 A) মাতৃভাষা সংৰক্ষণৰ কথা লিপিবদ্ধ কৰা হৈছে — "Article 350 A: facilities for instructions in mother tongue at primary stage. It shall be the endeavour of every stste or every local authority within the state to provide adequate facilities for instruction in mother tongue at the primary stage of education to children belonging to linguistic minority groups; and the President may issue such direction to any state as he may consider necessary or proper for securing the provisions of such facilities."

অসমৰ জনগোষ্ঠীয় লোকসকলে নিজৰ নিজৰ মাতৃভাষাত শিক্ষা-গ্ৰহণ কৰাত তাত্ত্বিক অসুবিধা একো নাই আৰু আৰ্য অসমীয়াসকলো শংকিত হোৱাৰ কাৰণ নাই। কিন্তু তাকে কৰিবলৈ যাওঁতে সুপৰিকল্পিত আঁচনিৰ প্ৰয়োজন। অসমৰ ৰাজনৈতিক আৰু ভৌগোলিক অৱস্থিতি এনে ধৰণৰ যে কোনো এটা জনগোষ্ঠীয়ে বিচ্ছিন্ন দ্বীপৰ দৰে বাস কৰিব নোৱাৰে। বেছিভাগ জনগোষ্ঠীয়ে দ্বিভাষিক অৱস্থাত বাস কৰে আৰু এই জনগোষ্ঠীবোৰৰ উমৈহতীয়া যোগাযোগৰ মাধ্যম হ'ল অসমীয়া ভাষা। গতিকে নিজৰ নিজৰ ভাষাত শিক্ষা-গ্ৰহণ কৰিও যোগাযোগৰ মূল ভাষা (dominant regional language or lingua-france) অসমীয়া ভাষালৈ কোন স্তৰত কেনেদৰে আহিব বা প্ৰাথমিক



স্তৰতে অসমীয়া ভাষাৰ ব্যাৱহাৰিক অৰ্হতা লাভ কৰিব তাৰবাবে সুপৰিকল্পিত পাঠ্যক্ৰমৰ (curriculam) প্ৰয়োজন। মই জনাত অন্ধ্ৰ প্ৰদেশে এনে পাঠ্যক্ৰম গ্ৰহণ কৰিছে। এই বছৰৰ পৰা ৰাজ্যিক শিক্ষা-গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদ, অসমৰ জৰিয়তে পৰীক্ষামূলকভাৱে তেনে পাঠ্যক্ৰম প্ৰৱৰ্তনৰ প্ৰস্তাৱ আগবঢ়োৱা হৈছে। জনগোষ্ঠীয় মাধ্যমৰ এই পঢ়াশালিবোৰত শতাংশ হাৰত অসমীয়া পৰ্যায়ক্ৰমে ২০, ৩০, ৪০, ৫০, ৬০, ৭০, ৮০, ৯০, ১০০ শিকালে মাতৃভাষাৰ লগতে সংযোগী ভাষা আয়ত্ত কৰিব পাৰিব আৰু উচ্চ মাধ্যমিক স্তৰত কোনো অসুবিধাৰ সন্মুখীন নোহোৱাকৈ পাঠ-গ্ৰহণ কৰিব পাৰিব।

কিন্তু এই ক্ষেত্ৰতো জনগোষ্ঠীবোৰক আস্থাত ল'ব লাগিব। সুস্থ, গঠনমূলক আলোচনাৰ মাধ্যমেদি এনে এটা সিদ্ধান্তত উপনীত হ'ব পৰা যায় বুলি মই বিশ্বাস কৰোঁ। মই দুখেৰে লক্ষ্য কৰিছোঁ, অসমত ভাষাৰ নামত উত্থাপিত সৰহভাগ দাবীয়েই আবেগসৰ্বস্ব। এফালে নিজৰ ভাষাৰ বিকাশৰ দাবী, আনহাতে নিজৰ সন্তানক ব্যক্তিগত খণ্ডৰ ইংৰাজী মাধ্যমৰ বিদ্যালয়ত পঢ়ুৱাবলৈ হেতা ওপৰা — শিক্ষিত নেতাচামৰ এনে দুমুখীয়া নীতি কাৰো বাবেই সুখকৰ নহয়।

চতুৰ্থ আশংকা সম্পূৰ্ণ আভ্যন্তৰীণ। অসমীয়া মানুহেই, আনকি অসমীয়া ভাষাৰ সুৰক্ষা বিচৰা লোকসকলেও যে নিজৰ সন্তানক অসমীয়া মাধ্যমৰ বিদ্যালয়ত নপঢ়ুৱায় সেই কথা মই ইতিমধ্যে উল্লেখ কৰিছোঁ। ব্যক্তিগত খণ্ডৰ বিদ্যালয়বোৰক কঠোৰ সমালোচনা কৰাসকলেও কিন্তু এনে গড্ডালিকা প্ৰৱাহৰ কাৰণ উদঘাটন কৰিব খোজা নাই। চৰকাৰী বিদ্যালয়ৰ শিক্ষা-ব্যৱস্থা, ছাত্ৰ-ছাত্ৰীৰ প্ৰতি শিক্ষক-শিক্ষয়িত্ৰী বা প্ৰশাসনৰ দায়ৱদ্ধতা আদি সম্পৰ্কে নিৰ্মোহ বিশ্লেষণ কৰি নিদান দিয়া চিন্তা-উদ্ৰেককাৰী পৰামৰ্শ মোৰ চকুত অন্ততঃ পৰা নাই। সত্তৰৰ দশকলৈ আঙুলি মূৰত লেখিব পৰা ব্যক্তিগত খণ্ডৰ বিদ্যালয় অসমত আছিল। বিগত চাৰিটা দশকত এই সংখ্যা কল্পনাতীতভাৱে বৃদ্ধি পালে কিয়? মাধ্যম আন্দোলনৰ ই পাৰ্শ্ব-প্ৰতিক্ৰিয়া নহয়তো? সৰ্ব-শিক্ষা মিছনৰ মধ্যাহ্ন ভোজনৰ ব্যৱস্থাই কি সূচায়? এই বিদ্যালয়বোৰ দুসাঁজ ভালকৈ খাবলৈ নোপোৱা শোষিত বঞ্চিত শ্ৰেণীৰ বাবেহে? বিদ্যালয়লৈ শিক্ষক-শিক্ষয়িত্ৰী আহেনে নাই, চাওঁতা কোনো নাই? ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও আশাতীতভাৱে কম। ১৯৬০-৭০ চনলৈ দেখোন এনে নাছিল। আমি নিজে পঢ়ি অহা বিদ্যালয়বোৰৰ অৱস্থা এনে কিয় হ'ল?

মোৰ মতে, ব্যক্তিগত খণ্ডৰ বিদ্যালয়ৰ সমস্যাটো গুৰুতৰ। এনে বেছিভাগ বিদ্যালয়তে অসমীয়া ভাষা শিকোৱা নহয় অথবা অসমীয়া ভাষাৰ শিক্ষাদান সম্পূৰ্ণ অৱহেলিত। পাঠ্যক্ৰমতো অসমৰ ভৌগোলিক পৰিচয়ৰ ব্যৱস্থা নাই, নাই ইতিহাস জনাৰ উপায়। মাধৱ কন্দলি, শংকৰদেৱ, মূলা গাভৰু, লাচিত বৰফুকন, কনকলতা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা আদিৰ কথা পাঠ্য-পুথিত নাই। এনে ব্যৱস্থাত অসমৰ ভৱিষ্যত প্ৰজন্ম এটা ছিন্নমূল জাতিত পৰিণত হ'ব।

**সংবৰ্ধন ঃ**

সংবৰ্ধন শব্দটোৰ আভিধানিক অৰ্থ সম্যক বৃদ্ধি ; বিশেষভাৱে বৃদ্ধিকৰণ। ভাষা এটাৰ সামগ্ৰিক বিকাশ নিৰ্ভৰ কৰে একাধিক দিশৰ ওপৰত। কবিতা, গল্প বা উপন্যাস ৰচনাতে ই সীমাবদ্ধ নহয়। আমাৰ বহুতে পাহৰি যায় যে কবিতা, গল্প, উপন্যাস আদিও ৰচিত হয় বিশেষ এটা ভাষাতহে। অথচ ভাষাৰ চিন্তা-চৰ্চা আমাৰ বৌদ্ধিক জগতখনত সম্পূৰ্ণ উপেক্ষিত। অসম সাহিত্য সভাও এই অভিযোগৰ পৰা আংশিকভাৱেহে মুক্ত। অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰণ সম্পৰ্কে ইতিমধ্যে আলোচনা সত্ৰ পতা হৈছে। কিন্তু উদ্বোধনী অনুষ্ঠান বা সামৰণিৰ নামত সময়ৰ ইমান অপচয় হয় যে কেৱেলাতকৈ গুটি দীঘল হয়গৈ।

অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত কিমান লাখ মানুহে গোট খালে, শোভাযাত্ৰা কেনে হ'ল, প্ৰস্তাৱ কিমানটা ল'লে — এনেবোৰ কথাৰ স্থায়ী মূল্য নাথাকে - থাকে বিশ্বকোষৰ লেখীয়া গ্ৰন্থ প্ৰকাশতহে। সাহিত্য সভাই এনে স্থায়ী কাম কৰাৰ আঁচনি লওক। যেনে -

**১। আখৰ জোঁটনি সমস্যাৰ সমাধান ঃ** অসমীয়া ভাষাৰ আখৰ জোঁটনিৰ খেলিমেলি আজিৰ নহয়। প্ৰথম গ্ৰন্থ বুলি বিবেচিত হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত'ৰ সাঁচিপতীয়া পাঠতে / শ, ষ, স / ৰ যাদৃচ্ছিক প্ৰয়োগ ঘটিছে, দন্ত্য মূৰ্ধন্যৰ প্ৰয়োগৰ কোনো স্পষ্ট নীতি নাই, মূৰ্ধন্য ণ নায়েই। শংকৰদেৱৰ দশমতো তেনে অৱস্থা প্ৰত্যক্ষ কৰাৰ কথা হৰিনাৰায়ণ দত্তবৰুৱাই উল্লেখ কৰিছে। অৰুনোদই যুগত বানান ৰীতিৰ এটা গত লগাই উচ্চাৰণ অনুগামী কৰিব খোজা হৈছিল। 'অৰুনোদই'ৰ বৰ্ণ বিন্যাস ৰীতি আছিল এনে ধৰণৰ — (১) দন্ত্য মূৰ্ধন্যৰ সলনি দন্ত্য ধ্বনি (২) হ্ৰস্ব দীৰ্ঘৰ ঠাইত হ্ৰস্ব স্বৰ (৩) শ, ষ, স-ৰ সলনি স (৪) জ, ঝ, য - ৰ পৰিবৰ্তে জ ইত্যাদি। নাথান ব্ৰাউনে 'অৰুনোদই'ৰ আখৰ জোঁটনি সম্পৰ্কত লিখিছে ঃ "ভাষা লিখোতে আখৰৰ জিমান জাতি, তিমান লিখিব লাগে। একে জাতিৰে দুই তিনি প্ৰভেদৰ সকাম নাই। জ য়ৰ এই দুইৰো একে উচ্চাৰণ, এই হেতুকে অন্তস্থ য় ৰ বাহিৰে আন য নিলিখো। ন, ণ আৰু হ্ৰস্ব দীৰ্ঘতো এইদৰে বুজিবা। ভাষাত ৰণ নোবোলে, ৰনহে বোলে। পানী হলে পানি, পাপীৰ ঠাইত পাপি, কূলৰ ঠাইত কুল, সূৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ......পৰ্ব্বত নোবোলে পৰ্বতহে বোলে। স্লোক লিখিলে সংস্কৃতৰ ভাবেবে অৱস্যে লিখিব লাগে। ভাসাত হলে দায় নধৰিবা।"

ভাষাবিজ্ঞানৰ দৃষ্টিকোণৰ পৰা নাথান ব্ৰাউনৰ যুক্তি বিজ্ঞানসন্মত আছিল। অন্য ভাষাৰ আৰ্হিত বৰ্ণমালাত অপ্ৰয়োজনীয় আখৰ ৰখাৰ পক্ষপাতী তেখেত নাছিল। 'অৰুনোদই'ৰ দ্বিত্ব বৰ্জন (সূৰ্য, পৰ্বত) এতিয়া আমি মানি লৈছোঁ। কিন্তু অৰুণোদইৰ পৰৱৰ্তী যুগত হেমচন্দ্ৰ বৰুৱাৰ মূলানুগ বানানহে স্থায়ী ৰূপত প্ৰতিভাত হ'ল। ব্যাকৰণ আৰু অভিধানেৰে অসমীয়া বানান পদ্ধতিক এটা ন ৰূপ দিলে তেখেতে। অৰুণোদইৰ বৰ্ণবিন্যাস পদ্ধতি যে বহু পৰিমাণে বিজ্ঞানসন্মত আছিল, সেই বিষয়ত সন্দেহ নাই। কিন্তু বিগত প্ৰায়



ডেৰ শ বছৰীয়া পৰম্পৰা বা ঐতিহ্য বাদ দি অৰুনোদইৰ বৰ্ণ-বিন্যাসলৈ উভতি গ'লে জোনাকী যুগ, আৱাহন যুগ বা ৰামধেনু যুগৰ সৃষ্টিৰাজিও সাঁচিপাতৰ পুথিৰ দৰে দুৰ্বোধ্য হ'ব। এনে এটা পদক্ষেপ আমি ল'ম নে নল'ম?

এইষাৰ কথা সঁচা যে আধুনিক প্ৰযুক্তি বিদ্যাৰ বাবে আখৰ জোঁটনিত ইতিমধ্যে সৰলীকৰণ আৰম্ভ হৈছে। শঙ্কৰদেৱৰ ঠাইত শংকৰদেৱ এনে এটা উদাহৰণ। ৎ-ৰ ঠাইত ত্ চলন্ত অভিধানে প্ৰচলন কৰিছে।

অসমীয়া আখৰ-জোঁটনিৰ সমস্যা আঁতৰাবলৈ হ'লে অসম সাহিত্য সভাই এখন অভিধান নিজাকৈ উলিয়াব লাগিব। সেই অভিধান সমিতিৰ উপদেষ্টামণ্ডলীত থাকিব বাতৰি কাকতৰ সম্পাদক, বিশ্ববিদ্যালয়ৰ প্ৰতিনিধি, সাহিত্য সভা আৰু অসম বিজ্ঞান আৰু ভাষাবিজ্ঞান সমিতিৰ প্ৰতিনিধি। কিন্তু মূল সম্পাদনা সমিতিত থাকিব ভাষাবিজ্ঞানী, অভিধান ৰচনাৰ লগত জড়িত ব্যক্তি। সেই অভিধানমতে প্ৰাথমিক বিদ্যালয়ৰ পৰা বিশ্ববিদ্যালয় স্তৰলৈ সকলোবোৰ পাঠ্য-পুথিৰ আখৰ-জোঁটনি কৰাটো বাধ্যতামূলক কৰা হ'ব। বাতৰি কাকতবোৰেও সেইমতে বানান লিখিব লাগিব। হেমকোষত 'গুলীয়াগুলী', চলন্ত অভিধানত 'গুলিয়াগুলি' আছে, এখন জনপ্ৰিয় বাতৰি কাকতে আকৌ 'গুলীয়াগুলি' লিখে।

আমাৰ পণ্ডিতসকলে মিছা জেদ পৰিহাৰ কৰি অসমীয়া ভাষাৰ বৃহত্তৰ স্বাৰ্থত এনেদৰে সম্পাদিত অভিধানতে বানান লিখিব লাগিব। মই যদি মোৰ মতটো আনে মানি লোৱাটো বিচাৰোঁ, আনৰ মত মানি লোৱাৰ বাবেও মোৰ মনৰ দুৱাৰ খোলা থাকিব লাগিব। পদ্মনাথ গোহাঞিবৰুৱাৰ দৰে উদাৰ লোক আমাক লাগে —"আমি ভুল-ভ্ৰান্তি স্বীকাৰ কৰিবলৈ বেয়া নাপাওঁ। বৰঞ্চ কোনো বুধজনে অনুগ্ৰহ কৰি ভুল ধৰি দিলে তাক শুধৰাবলৈ সন্তোষেৰ আগবাঢ়োঁ।"

আমাৰ বহুতে পাহৰি যায় যে ভাষা হ'ল যাদৃচ্ছিক বাকধ্বনি প্ৰতীক আৰু লিখিত ৰূপ হ'ল সেই প্ৰতীকৰো প্ৰতীক। সেই ভাষিক সম্প্ৰদায়ৰ এক অলিখিত চুক্তিৰ আধাৰত সেই প্ৰতীকৰ বাণীকৰণ (decoding) হয়। ই এক পৰম্পৰা। ইংৰাজীত c (city, can) ch (church, chemical) a (vast, can) — এনেদৰে একেটা আখৰতে একাধিক ধ্বনিমূল্য আৰোপ কৰা হয়। Psychology, could আদিত আকৌ p, l ৰ কামেই নাই। অথচ ইংৰাজী বানান আমি ভুল নকৰোঁ। আপেক্ষিকভাৱে অসমীয়া লিপিত বিসংগতি কম। কেৱল একেটা ধ্বনি বুজাবলৈ ই, ঈ, উ, ঊ; বা চ, ছ ; জ, ঝ, য; ট, ত, ৎ ; ঠ, থ; ড, দ, ত, ধ; ণ, ন; ৰ, ড়; শ, ষ, স ব্যৱহাৰ কৰোঁ যদিও উচ্চাৰণৰ তাৰতম্য নঘটে। ইংৰাজীৰ দৰে C= ক,চ, Ch = ক,চ, a = আ, এ, এই - came, gate নহয়। ইংৰাজসকলে কিন্তু আখৰ জোঁটনি সলোৱাৰ কথা ভবা নাই। আনকি আমেৰিকান ইংৰাজীতো Labour - labor কৰাৰ দৰে পৰম্পৰাগত জোঁটনিতে সামান্য সলনি কৰিছে — আমূল পৰিবৰ্তন কৰা নাই। আমাৰ চুবুৰীয়া বাংলা ভাষাত অৱশ্যে কিছু সৰলীকৰণ আৰম্ভ হৈছে।

**লিপিৰ কথা ঃ**

অসম সাহিত্য সভাৰ দ্বাৰা প্ৰচাৰিত জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰৰ দ্বাৰা প্ৰচাৰিত পুস্তিকাখনত লিপি (script/alphabet) আৰু বৰ্ণ (phoneme) একাকাৰ কৰা হৈছে। অসমীয়া লিপি বাংলা লিপিৰ পৰা হৈছে বুলি এটা ভুল ধাৰণা চলি আহিছে। ব্ৰাহ্মী লিপিৰ পৰাই উত্তৰ ভাৰতত প্ৰত্ন-আঞ্চলিক ৰূপ এটি গঢ় লৈ উঠে যাক কুটিলা লিপি বোলা হয়। এই লিপিৰ অন্য এটি নাম সিদ্ধমাতৃকা। নাগৰী বা দেৱনাগৰীও এই লিপিৰ পৰা উদ্ভৱ। সময়ৰ সোঁতত স্থানীয়ভাৱে এই লিপিৰ বৈশিষ্ট্যমূলক পৰিৱৰ্তন ঘটে। এনে পৰিৱৰ্তন তিনিটা কাৰণৰ ওপৰত নিৰ্ভৰ কৰে - (১) " the first was result of a technical development, either in the use of tools or the new manner of using the old tools." (২) " the test for the better or ornamental forms." (৩) "a desire for speed and simplification, which is the real motive in cursive writing."- Dani

অসমীয়া লিপিৰ ইতিহাস খৃষ্টীয় পঞ্চম শতিকাৰ সুৰেন্দ্ৰবৰ্মা বা মহেন্দ্ৰবৰ্মাৰ উমাচল শিলালিপিৰ পৰা ধৰা হৈছে। নগাজৰি খনিকৰ লিপিৰ ওপৰত অধ্যয়ন হোৱা নাই। খৃষ্টীয় পঞ্চম শতিকাৰ পৰা দ্বাদশ শতিকালৈ পোৱা শিলালিপি আৰু তাম্ৰলিপিবোৰ সংস্কৃত ভাষাতে লিখা যদিও তাৰ মাজতে অসমীয়া লিপিৰ বিকাশো স্পষ্ট হৈ পৰে। ড. টি পি বাৰ্মাৰ মতে - "The Assamese script, though having general resemblence with other North Indian scripts, has maintained its individuality, may be in some cases of only some few letters or in the mode of attaching medial signs."

অসমীয়া লিপিৰ ইতিহাস আলোচনাৰ অৱকাশ এনে আলোচনা সত্ৰত নাই। এইখিনি উল্লেখ কৰাৰ কাৰণ হ'ল, আমাৰ বহুতে অসমীয়া লিপি বাংলালিপিৰ পৰা হোৱা বুলি ভাবে। বৰ্তমান ছপা ৰূপৰ আখৰবোৰহে বাংলা লিপিৰ সৈতে মিলে আৰু ইয়াৰ ঐতিহাসিক কাৰণ আছে। ডঃ সতেন্দ্ৰনাথ শৰ্মাৰ ভাষাতে ক'বলৈ হ'লে - "It may not be out of place to mention here that the modren Assamese script used in the manuscripts by the writers of the early nineteenth century and earlier. The present Assamese script was introduced by christian missionary writers in their printed Assamese books sometimes towards the middle of the nineteenth century. They adopted the Bengali script for printing Assamese books also."

**বানান সৰলীকৰণ নে লিপি সৰলীকৰণ ঃ**

মোৰ মতে অসমীয়া ভাষাৰ লিপিৰ আমূল পৰিৱৰ্তনৰ বিজ্ঞানসন্মত যুক্তি আছে যদিও তেনে পদক্ষেপ লোৱাত বাস্তৱ অসুবিধা আছে। কিন্তু পৰম্পৰাগত ব্যৱস্থাতে সীমিত পৰিসৰত কিছু সৰল কৰিব পাৰি। বিশেষকৈ উপ-আখৰ বোৰ। এইআখৰ কেইটাকে চাওকচোন-

এ, ত্র, ত্রু, ক্র

ও, ত্ত - উচ্চৰণ - কিন্তু, সত্তৰ



হ্ম — কি কি আখৰ আছে?

ঞ্চ — কি কি আখৰ আছে?

জ্ঞ — কি কি আখৰ আছে? উচ্চাৰণ?

এইবোৰ একো অসুবিধা নোহোৱাকৈ সলনি কৰিব পাৰি—

শু — শু

ৰু — ৰু

ৰূ —ৰূ

শ্রু — শ্রু বা শ্‌ ৰু

হু — হু ইত্যাদি

কিন্তু লিপিৰ আমূল পৰিৱৰ্তন কৰাৰ পক্ষপাতী মই নহয়। সঁচা কথা, অসমীয়া ভাষা একত্ৰিছটা আখৰেৰে সুন্দৰকৈ লিখিব পাৰি —ঈ (ী), ঊ (ু), ঋ (ৃ); মূৰ্ধন্য বা দন্ত্য বৰ্ণৰ এটা বৰ্গ; শ, ষ, স - ৰ যিকোনো এটা ; চ, ছ - ৰ এটা ; জ, ঝ, য-ৰ এটা ; ৎ, ঞ, ড়, ঢ়, ক্ষ বাদ দিলেও একো অসুবিধা নাই। অপ্ৰয়োজনীয় এই আখৰবোৰ বাদ দিলে টাইপ কম্পিউটাৰ লেখনতো সহজ হ'ব।

আনহাতে সংস্কৃতৰ আৰ্হিত ব্যঞ্জন আখৰবোৰ স্বৰান্ত বুলি নধৰি ব্যঞ্জনান্ত বুলি ধৰিলে অসমীয়া ভাষাত যুক্তাক্ষৰৰ সমস্যাও নাথাকিব। যেনে —

| প্ৰচলিত আখৰ জোঁটনি | প্ৰস্তাৱিত আখৰ জোঁটনি |
|---|---|
| কল | ক অ ল |
| পথাৰ | প অ থ আৰ |
| স্থিত | স থ ইত অ |
| ব্ৰহ্মা | বৰ অ হম আ ইত্যাদি। |

কল্পনা কৰকচোন - হ্ৰস্ব - দীৰ্ঘৰ লেঠা নাই ; ৰ-কাৰ, ৰি-কাৰ নাই; চ-ছ, জ, ঝ, য এটা; শ, ষ, স - ৰ এটা, ঞ, ড়, ঢ়, ৎ, ক্ষ নাই আৰু নাই শু, হু, স্তু, হ্ম আদি যুক্তাক্ষৰ - মাত্ৰ ৩১ টা আখৰেৰে উপ-আখৰ আৰু যুক্তাক্ষৰবিহীন অসমীয়া ভাষা!! তাৰ প্ৰকাশত কতো অসুবিধা নহয় !!!

এনে সৰলীকৰণ অনায়াসে কৰিব পাৰি যদিও ইয়াৰ পক্ষপাতী মই কিয় নহয়, সেই কথা প্ৰবন্ধৰ আৰম্ভণিতে মই কৈ আহিছোঁ। তেনে কৰিলে ভৱিষ্যত প্ৰজন্মৰ বাবে আধুনিক অসমীয়া সাহিত্যৰাজি সাঁচিপতীয়া পুথিৰ দৰে দুৰ্বোধ্য হ'ব আৰু মহান লেখকসকলৰ সাহিত্য পাঠৰ আনন্দৰ পৰা বঞ্চিত কৰা হ'ব ভৱিষ্যত প্ৰজন্মক। এইবোৰ কথা বিৱেচনা নকৰাকৈ পাণ্ডিত্যগন্ধী আৱেগৰ বশৱৰ্তী হৈ হুজুগতে কিবা এটা কৰিবলৈ গ'লে নতুন বিপদ চপাই লোৱাৰ আশংকাই অধিক।

**অভিধানৰ একৰূপতা ঃ**

অসমীয়াই সম্ভৱতঃ একমাত্ৰ বিকশিত ভাষা য'ত এখন নতুন অভিধান ওলোৱা

মানে নতুন খেলিমেলিৰ সংযোজন। যেনে -

| হেমকোষ | চন্দ্ৰকান্ত | শব্দকোষ | আ. অ. অভিধান |
|---|---|---|---|
| অখালডাঁৰ | অখালদাঁৰ | অখালডাঁৰ | অখালডাঁৰ |
| আকুঁহী | আঁকুহি | আঁকুহী | আঁকুহি |
| আলৈ-অথানি | আলৈ-অথানি | আলৈ-আথানি | আলৈ-আথানি |
| উপলক্ষ | উপলক্ষ / লক্ষ্য | উপলক্ষ/লক্ষ্য | উপলক্ষ/লক্ষ্য |
| ওকণী | ওকণি | ওকণী | ওকণি |
| ওজাপালী | ওজাপালি | ওজাপালি | ওজাপালি |
| কটাৰী | কটাৰী | কটাৰী | কটাৰি |
| খাৰনী | খাৰণি | খাৰনী | খাৰনি |
| খোঁটালী | খোটালি | খোঁটালী | খোঁটালি |
| নেঘেৰী | নেঘেৰী | নেঘেৰি | নেঘেৰি |
| বছেৰেকীয়া | বছৰেকীয়া | বছৰেকীয়া | বছৰেকীয়া ইত্যাদি। |

তালিকাখন দীঘলীয়া নকৰোঁ। অনুসন্ধিৎসু পাঠকে মোৰ "অসমীয়া ভাষাৰ বিভিন্ন দিশ ঃ মত আৰু বিতৰ্কিত মত" গ্ৰন্থত সন্নিবিষ্ট " অসমীয়া ভাষাৰ বৰ্ণবিভ্ৰাট আৰু অসমীয়া অভিধান" শীৰ্ষক প্ৰবন্ধ চাব পাৰে।

এই তালিকাখনত "বছেৰেকীয়া/বছৰেকীয়া" ত বাহিৰে দেখা যাব, বেছি ভাগ ক্ষেত্ৰতে হ্ৰস্ব-দীৰ্ঘৰ প্ৰয়োগৰ পাৰ্থক্য। উদাহৰণত দিয়া নাই যদিও ব আৰু ৰ -ৰ প্ৰয়োগৰ পাৰ্থক্যও আছে। ৰ অসমীয়াত ক'ত 'ব' ৰে লিখা হ'ব সেই সম্পৰ্কে অসমীয়া ভাষাৰ আখৰ জোঁটনি কৰ্মশালাত সিদ্ধান্ত লৈ থোৱা আছে। মূলানুগ বানান মানিলে ইক / ইকা আৰু উক / উকাৰ ক্ষেত্ৰত স্থিৰ সিদ্ধান্ত এটা ল'লৈই হ'ল। মূলানুগ বানানৰ কথা কওঁতে হেমচন্দ্ৰ বৰুৱাই হেমকোষত নিজেই সেই নিয়ম মনা নাই। যেনে -

| হেমকোষৰ মতে মূল | হেমকোষৰ বানান |
|---|---|
| মুণ্ড | মূৰ |
| দূৰ্বা | ডুবৰি |
| দণ্ড | ডাঁৰ |
| দণ্ডিক | ডঁৰিকনা ইত্যাদি |

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ এটা সিদ্ধান্তৰ কথা আলোচনা কৰা যাওক - "পিছ, পাছ, পিছত, পাছত আদি শব্দৰ ক্ষেত্ৰত দুটা বা অধিক ৰূপ গৃহীত হ'লেও সমিতিয়ে সময় বুজোৱা ক্ষেত্ৰত পাছ আৰু ঠাই বুজোৱা ক্ষেত্ৰত পিছ ব্যৱহাৰ কৰিব।"

মন কৰিব, এই সিদ্ধান্ত লওঁতে ডঃ মহেশ্বৰ নেওগো সমিতিৰ সদস্য আছিল। ১৯৭০ চনৰ সিদ্ধান্ত এয়া। ২০০২ চনত তেখেতৰ সম্পাদনাতে ওলোৱা 'চলন্ত অভিধান'ত কি লিখিছে চাওক -



পাছ [সং পশ্চাৎ], [পিছ সং-পিচ্ছা] (ময়ূৰপুচ্ছ), বি. সন্মুখৰ বিপৰীত ফাল বা ঠাই, the back-side of anything, a place at the back of something (2) ভৱিষ্যত (future) বিন সন্মুখৰ বিপৰীত ফালে থকা, পিছত হোৱা, পৰৱৰ্তী (latter, succeeding) বি. পাছ কথা, পিছ কথা - পিছলৈ হ'বলগীয়া কথা (matter to be considerred later ক্ৰি. বিন পাছত, পিছত - কিছু সময় গ'লে afterwards.

১৯৭০ চনত পাৰ্থক্য আছিল, ২০০২ চনত একাকাৰ হ'ল।

**লিপ্যন্তৰণৰ কথা ঃ**

লিপ্যন্তৰণ (transliteration) মানে হ'ল —

(১) "Write (a word, passage) in the characters of a different language or system."

(২) "Representation (of a word etc) in the closest corresponding letters of a different alphabet or language."

এটা ভাষাৰ শব্দক অন্য এটা ভাষালৈ যিমান দূৰ সম্ভৱ ওচৰ চপা আখৰেৰে ৰূপান্তৰ কৰা পদ্ধতিৰ নামেই লিপ্যন্তৰণ। এটা ভাষাৰ পৰা আন এটা ভাষালৈ লিপ্যন্তৰণ সহজ কথা নহয়। কাৰণ দুটা ভাষাৰ বাক-ধ্বনি একে নহয় আৰু লিপিও বেছি ভাগ ক্ষেত্ৰতে প্ৰতিনিধিত্বমূলক নহয়। লিপ্যন্তৰণ মানে আখৰৰ পৰিৱৰ্তে আখৰ নহয় - বৰ্ণৰহে ৰূপান্তৰ।

অন্য ভাষাৰ পৰা অসমীয়া ভাষালৈ লিপ্যন্তৰণ আৰু জটিল। কাৰণ অমসীয়া ভাষাত দন্ত্য, মূৰ্ধন্য, তালব্য আখৰ আছে যদিও উচ্চাৰণ নাই। দন্ত্য স (s) বুজাবলৈ স বা তালব্য শ (sh) বুজাবলৈ শ দিব নোৱাৰোঁ। এনে বাস্তৱ অসুবিধা অন্যটো আছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ মতে -

S, C = ছ

S, Sc, SS, Sh, ti, Ch, C = S = S ধ্বনি অৰ্থাৎ তালব্য অ ঘোষ ধ্বনি শ্ব

Pressure = প্ৰেশ্বাৰ

Measure = মেয্যাৰ

Question = কোৱেছ্চন

সাহিত্য সভাৰ মতে -

c, ch, sh, s, ss, tio = চ

s = যুক্ত অৱস্থাত স বা স — ষ্টেচন, হুইস্কি

sl = শ্ল

ts = চ

S = চ্য, Ship = চ্যিপ, Sheep = চ্যীপ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ মতে "বিদেশী সকলো স্বৰধ্বনি হ্ৰস্বই হওক বা দীৰ্ঘই হওক অসমীয়াত লিখোঁতে হ্ৰস্ব ৰূপতহে লিখা যাব" আৰু অসম সাহিত্য সভাৰ মতে পাৰ্থক্য ৰখা হ'ব।

**লিপ্যন্তৰকৰণৰ প্ৰচলিত পদ্ধতি ঃ**

(১) ........ (diacritical mark) ব্যৱহাৰ
প্ৰচলিত আখৰতে বিশেষ চিন দি নতুন ধ্বনিমূল্য আৰোপ কৰা পদ্ধতি। যেনে - শ্‌ ৰ্ত, স্‌ৰকাৰ বা সৰ্ত, শিকাৰ

(২) আন্তঃৰাষ্ট্ৰীয় ধ্বনিলিপি (IPA)

(৩) অন্য ভাষাৰ লিপি ঃ জাপানী ভাষাত আছে।

(৪) অপ্ৰয়োজনীয় আখৰত নতুন ধ্বনিমূল্য আৰোপ। যেনে
শৰ, সাৰ, ষড় — ষৰ, ষাৰ, ষড়
দন্ত্য স (S) — সৰকাৰ
তালব্য শ (s) — শহৰ, শহীদ

(৫) যুগ্ম আখৰ (diagraph)

গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম সাহিত্য সভাই ch. ৰ আৰ্হিত দুটা আখৰ লগ লগাই শ, শ্ব, য, য্য, চ, চ্য আদি ৰূপ গ্ৰহণ কৰিছে। অসমীয়াত যুগ্ম আখৰ পদ্ধতি গ্ৰহণ কৰিব নোৱাৰি, কাৰণ যুক্তাক্ষৰ পদ্ধতি আছে আৰু তাৰ উচ্চাৰণো নিৰ্দিষ্ট। যেনে -

শ + ৱ— শ্ব - বিশ্ব, বিশ্বাস। এতিয়া তলৰ বাক্যটো পঢ়ক
বুশ্বৰ মতে বিশ্বৰ ত্ৰাস জৈশ্ব।

চ + য়—চ্য - প্ৰাচ্য, সূচ্যাগ্ৰ। এতিয়া তলৰ বাক্যটো পঢ়ক
প্ৰাচ্যৰ চ্যিপ চ্যুত হৈ.............।

য + য় — য্য - শয্যা। এতিয়া পঢ়ক - মেয্যা।

ইংৰাজী উচ্চাৰণ ৰ'বনে? টিউচন কৰা সকলে অতি বেচি তুইচানলৈ যাব — শ্ব, চ্য বোৰ দন্তমূলীয়া চ নহ'বনে?

লিপ্যন্তৰণ ল'ৰা ধেমালি নহয়। উৎস ভাষা (Source language) আৰু লক্ষ্যভাষা (Target Language) ত গভীৰ দখল নাথাকিলে লিপ্যন্তৰণ সম্ভৱ নহয়।

**সম্প্ৰচাৰ ঃ**

সম্প্ৰচাৰ শব্দটিৰ আভিধানিক অৰ্থ হ'ল সম্যক প্ৰচাৰ, বিশেষ প্ৰচাৰ। আমি ইতিমধ্যে অসমৰ ভৌগোলিক পৰিসীমা কিদৰে সংকুচিত হৈছে সেই কথা কৈ আহিছোঁ। নাগালেণ্ডত এসময়ত অসমীয়া ভাষা উমৈহতীয় ভাষাৰূপে চলিছিল। হাট্টনৰ (১৯২১) মতে- " The Assamese language as used in Naga Hills, is Naga pidgin is peculiarly well adapted for the reproduction of Naga idioms, as a vehicle of interpretations" হাইমেন ডৰ্ফৰ মতেও - "Fortunately many people including children spoke fluently Nagamese i.e. the Naga pidgin, the lingua franca of the entire Naga Hills." লগতে তেওঁ কেছে - "Naga pidgin has become the de-facto lingua franca of Nagaland."

১৯৭০ চনমানলৈ অৰুণাচলতো অসমীয়া উমৈহতীয়া ভাষা আছিল। কাৰ দোষত অৰুণাচলৰ পৰা অসমীয়া ভাষা বিতাৰিত হ'ল সেই কথা আত্ম বিশ্লেষণ কৰাৰ সাহস আমাৰ আছেনে?

অসম ইতিহাসে কি কয়? পুৰণি অসমীয়া সাহিত্যৰ পৃষ্ঠপোষক ৰজাসকল কোন আছিল? ৰামায়ণৰ ভাঙনি কৰোতা মাধৱ কন্দলিৰ পৃষ্ঠপোষক ৰজাজন কোন আছিল? কমতা ৰজা দুলৰ্ভনাৰায়ণ আৰু জল্পেশ্বৰে অসমীয়া সাহিত্যৰ পৃষ্ঠপোষকতা কৰা নাছিলনে? কোচ, আহোম ৰজাৰ কথা নকলোৱেই যেনিবা। বৰো-কছাৰী-কোচ-আহোম ৰজাই নিজা নিজা ভাষা থকা সত্বেও অসমীয়া ভাষাৰ পৃষ্ঠপোষকতা কৰিছিল কিয়? আকৰ্ষণীয় কথা হ'ল ৰুদ্ৰসিংহ, শিৱসিংহ আৰু ৰাজেশ্বৰ সিংহই নিজেও অসমীয়া ভাষাত সাহিত্য চৰ্চা কৰিছিল।

নিজৰ অৱহেলা, অদূৰদৰ্শিতা আৰু উচ্চাত্মিকা মনোভাবৰ বাবে এসময়ৰ বিস্তৃত ভূখণ্ড আমি কেনেদৰে হেৰুৱাইছোঁ সেই কথা আমি আলোচনা কৰিছোঁ। আত্ম-সমালোচনা আৰু আত্ম শুদ্ধিয়ে আমাক পথৰ সন্ধান দিব। বহু ভুল কৰা হ'ল - এতিয়া অতীতৰ ভুলৰ হয়তো সংশোধন নহ'ব। কিন্তু নতুনকৈ যাতে ভুল কৰা নহয়।

অসমীয়া ভাষাক সংযোগী ভাষাৰ মৰ্যাদা দিবলৈ হ'লে আমাৰ দৃষ্টিভংগীৰ সলনি হ'ব লাগিব। গোৱালপৰীয়া, কামৰূপী আৰু দৰঙীয়া শব্দ, মিচিং-মৰান-মটক-দেউৰী-ৰাভা-তিৱা-ডিমাচা-বৰো-সাদানি / চাদ্‌ৰি ভাষাৰ শব্দক আমাৰ ভাষা সাহিত্যত স্থান আৰু স্বীকৃতি দিব লাগিব।

অসম সাহিত্য সভাই ভাব-বিনিময়ৰ বাবে এখন মঞ্চ দিছে। এই কৰ্মশালা আৰু আলোচনা সত্ৰতে সকলো দিশ খৰচি মাৰি আলোচনা কৰি অসম সাহিত্য সভাক পথৰ সন্ধান দিয়ক —

এই কামনাৰে।■

দ্বিতীয় খণ্ড ঃ গৱেষণা-পত্ৰ

# অসমীয়া আখৰ-জোঁটনি ঃ সমস্যা আৰু সমাধান

ড° অৰ্পণা কোঁৱৰ
বিভাগীয় মুৰব্বী, অসমীয়া বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

**আখৰ-জোঁটনি ঃ**

ভাষা লিখন আৰু পঠনৰ বাবে যিবোৰ বৰ্ণ প্ৰতীক ব্যৱহাৰ কৰি শব্দ আৰু শব্দগুচ্ছৰ চাক্ষুস ৰূপ দিয়া হয়, এনে পদ্ধতিগত লিখন ৰীতিকেই সাধাৰণভাৱে আখৰ-জোঁটনি অথবা বানান প্ৰকৰণ বোলা হয়। 'The orthography of a language specifies a standardized way of using a specific writing system to write a language' অৰ্থাৎ এটা ভাষা লিখিবলৈ যি নিৰ্দিষ্ট লিখন-ৰীতি ব্যৱহাৰ কৰা হয়, আখৰ-জোঁটনিয়ে সেই লিখন-ৰীতিৰ গ্ৰহণযোগ্য পথৰ নিৰ্দেশ দিয়ে। ই কথিত শব্দ এটাৰ প্ৰতীক ৰূপ প্ৰদৰ্শন কৰাৰ এক পৰম্পৰাগত উপায়। ইয়াৰ পৰা আমি ইয়াকে বুজোঁ যে ভাষা এটাক লিখিত ৰূপ দিয়াত আখৰ-জোঁটনিৰ আৱশ্যকতা আছে।

**আখৰ-জোঁটনি সংশোধন আৰু সংস্কাৰৰ প্ৰয়োজনীয়তা ঃ**

- সময় বাগৰাৰ লগে লগে ভাষাসমূহৰ আখৰ-জোঁটনিত কিছুমান সমস্যাৰ উদ্ভৱ হয়। যিহেতু জীৱন্ত ভাষা এটাৰ সময়ৰ সোঁতত নানা পৰিৱৰ্তন ঘটে। এনেদৰে মৌখিক ভাষাত দেখা দিয়া ধ্বনি পৰিৱৰ্তনৰ বাবে একোটা নিৰ্দিষ্ট সময়ত ব্যৱহৃত আখৰ-জোঁটনিৰো আন এটা সময়ত অনুপযোগী হৈ পৰে। তেতিয়াই ভাষাটোক



সময়ৰ উপযোগী কৰি তুলিবৰ বাবে ভাষাটোৰ আখৰ-জোঁটনিৰ সংশোধন আৱশ্যক হয়।
- পৰিৱৰ্তিত আৰ্থ-সামাজিক পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাই আগবাঢ়ি যাবলৈ ভাষাৰ পৰিবৰ্তন স্বীকাৰ কৰি লবলগীয়া হয় আৰু সেইমতে আখৰ-জোঁটনিৰ সংশোধন আৰু সংস্কাৰৰ আৱশ্যকতা আহে।
- মানৱ সভ্যতাৰ বিকাশৰ লগে লগে ভাষাত বহুত নতুন নতুন শব্দৰ প্ৰৱেশ ঘটে। অন্যান্য ভাষাৰ পৰা অহা শব্দবোৰো ভাষাই গ্ৰহণ কৰে। এনেদৰে গ্ৰহণ কৰা শব্দবোৰক চাক্ষুস ৰূপ দিবলৈ যাওঁতে নানা সমস্যাই দেখা দিয়ে। এনে ক্ষেত্ৰত নতুন শব্দবোৰক ভাষাটোৱে গ্ৰহণ কৰি লোৱাৰ সুবিধাৰ বাবে আখৰ-জোঁটনিৰ সংশোধনৰ আৱশ্যকতা আহে।
- কাৰিকৰী প্ৰযুক্তিবিদ্যায়ো আখৰ-জোঁটনিৰ সংশোধন আৰু সংস্কাৰ বিচাৰে।

**অসমীয়া আখৰ-জোঁটনিৰ সমস্যা ঃ**

অসমীয়া ভাষাৰ অন্যান্য সমস্যাৰ লগতে আখৰ-জোঁটনিৰ সমস্যাও এক এৰাব নোৱাৰা সমস্যা। আধুনিক অসমীয়া ভাষাৰ বিকাশৰ সময়ৰ পৰাই, অৰ্থাৎ অৰুণোদয় যুগৰ পৰা অসমীয়া আখৰ-জোঁটনিৰ ক্ষেত্ৰত নানা সমস্যাই দেখা দি আহিছে। অসমীয়া ভাষাৰ আখৰ-জোঁটনি ঐতিহাসিক প্ৰেক্ষাপটলৈ লক্ষ্য কৰিলে, সম্ভৱতঃ ১৮৩৯ খ্ৰীষ্টাব্দত জাদুৰাম ডেকাবৰুৱাই ভাষাটোৰ বঙলা আৰু অসমীয়া অভিধান এখন সংকলন কৰি অসমীয়া আখৰ-জোঁটনিৰ এটা ৰূপ দিবলৈ যত্ন কৰিছিল। জাদুৰাম ডেকাবৰুৱাৰ বানান-ৰীতি আছিল উচ্চাৰণ অনুযায়ী। আখৰ-জোঁটনি সম্পৰ্কত তেওঁ কৈছে — **'উচ্চাৰণেই আখৰ-জোঁটনিৰ নাকি ধৰি চলিব লাগে। শ/ ষ/ স > স, চ/ ছ > চ, য / জ > জ, ন / ণ > ন আদি সগোত্ৰীয় বৰ্ণবোৰৰ এটাহে আখৰ ৰাখিব লাগে।** এনে উচ্চাৰণ নিৰ্ভৰ আখৰ-জোঁটনিৰ ভিত্তিতেই 'অৰুনোদই' বাৰ্তালোচনীৰ সাহিত্যৰাজি গঢ়লৈ উঠিছে। উচ্চাৰণ অনুযায়ী তথা অসমীয়া ভাষাৰ ধ্বনিগত বৈশিষ্ট্যৰ দিশৰ পৰা এনে আখৰ-জোঁটনি অসমীয়া ভাষা-লিখনৰ বাবে অধিক বিজ্ঞানসন্মত আছিল বুলি ভাবিব পাৰি। ১৮৫৯ খ্ৰী.ত হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' আৰু ১৯০০ খ্ৰী.ত 'হেমকোষ' অভিধান প্ৰকাশৰ লগে লগে অসমীয়া আখৰ-জোঁটনিয়ে এক সুকীয়া বৈশিষ্ট্য লাভ কৰিলে। হেমচন্দ্ৰ বৰুৱাই আখৰ-জোঁটনিৰ তিনিটা মূল নীতিৰ কথা উল্লেখ কৰিছে— ১) উচ্চাৰণ অনুযায়ী ২) মূল অনুযায়ী ৩) জনা-বুজা লোকে বহুদিন ধৰি চলাই অহা নিয়ম অনুযায়ী। হেমচন্দ্ৰ বৰুৱাৰ এই আখৰ-জোঁটনিৰ পদ্ধতি কেইটা পৰৱৰ্তী লেখক বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আদিয়েও মানি চলিছিল। অৱশ্যে প্ৰয়োজন সাপেক্ষে তেওঁলোকে নিজাববীয়াকৈ কিছু ভিন্ন নীতিও অৱলম্বন কৰিছিল। বেজবৰুৱাই উচ্চাৰণ ভিত্তিক আখৰ-জোঁটনিৰ পোষকতা কৰি এনেদৰে মন্তব্য আগবঢ়াইছে — **'লেখা ভাষাটোও যদি যতদূৰ সম্ভৱ কোৱা ভাষাটোৰ অবিকল নহয়; তেন্তে তাৰ উদ্দেশ্য আৰু কাৰ্য্য বিফল'**[৩]। মুঠতে বৰুৱাই মিছনেৰীৰ উচ্চাৰণ

আধাৰিত আখৰ-জোঁটনি পৰিহাৰ কৰোঁৱাই অসমীয়া আৰু সংস্কৃত উচ্চাৰণগত ব্যৱধানলৈ লক্ষ্য নকৰি অসমীয়া ভাষাক সংস্কৃত মূলাগামী কৰি আখৰ-জোঁটনিৰ এক নতুন ৰূপ দিলে। অসমীয়া স্বাভাৱিক ধ্বনিতত্ত্বৰ প্ৰতি সম্পূৰ্ণ আওকাণ কৰি সংস্কৃতৰ অনুকৰণত অসমীয়া আখৰ-জোঁটনিৰ নীতি নিৰ্ধাৰণ কৰা বাবে পৰৱৰ্তী সময়ত ই এক গম্ভীৰ সমস্যাৰ ৰূপ ধাৰণ কৰে[৪]। অসমীয়া আখৰ-জোঁটনিত হেমচন্দ্ৰ বৰুৱাৰ নিৰ্দেশিত পথতেই বিভ্ৰাট বৈ গ'ল বুলি ক'লেও বোধকৰো ভুল কোৱা নহয়।

হেমচন্দ্ৰ বৰুৱাৰ আখৰ-জোঁটনিৰ নিৰ্দেশ কেইটাত তৎসম আৰু তদ্ভৱ শব্দৰ ক্ষেত্ৰত অসমীয়া উচ্চাৰণলৈ পিঠি দি সংস্কৃতীয়া জোঁটনিৰ ক্ষেত্ৰত অধিক গুৰুত্ব দিলে। এইটো স্মৰ্তব্য যে, অসমীয়া ভাষাত ধ্বনিগত বৰ্ণতকৈ আখৰৰ সংখ্যা অধিক। অসমীয়া ভাষাত মাত্ৰ আঠোটাহে উচ্চাৰিত স্বৰবৰ্ণ আৰু একৈছটা উচ্চাৰিত ব্যঞ্জনবৰ্ণ পোৱা যায়। কিন্তু এই উচ্চাৰিত ঊনত্ৰিছটা বৰ্ণৰ বিপৰীতে চল্লিছটা আখৰৰ ব্যৱহাৰ কৰা হয়। আনহাতে চল্লিছটা স্বৰ আৰু ব্যঞ্জন প্ৰতীকৰ ভিতৰত ক, খ, গ, ঘ, প, ফ, ব, ভ, ম, ল এই কেইটাহে উচ্চাৰণ অনুসৰি একোটাহঁত বৰ্ণলিপিৰে লিখা হয়। এই কেইটা বৰ্ণৰ বাহিৰে বাকী উচ্চাৰিত বৰ্ণসমূহক এটাতকৈ অধিক আখৰেৰে লিখা হয়। ফলত অসমীয়া কথনৰীতি আৰু লিখিত ৰূপত নানা বেমেজালিৰ সৃষ্টি হৈছে। বহুসময়ত ব্যাকৰণ প্ৰণেতা, অভিধান প্ৰণেতা, ভাষাতাত্ত্বিক আৰু বহু অনুষ্ঠান-প্ৰতিষ্ঠানে ভাষাটোৰ উচ্চাৰিত ৰূপ আৰু আখৰ-জোঁটনিক এক শৃংখলালৈ আনিবলৈ যত্নৰ ত্ৰুটী কৰা নাই। কিন্তু কিছুমান বিজ্ঞলোকৰ আঁকোৰগোজ মনোভাৱ আৰু ব্যক্তিগত খেয়াল-খুচিৰ বাবে আখৰ-জোঁটনিৰ ক্ষেত্ৰত এক স্থিৰ সিদ্ধান্তত উপনীত হ'ব পৰা নাই। এই আলোচনাত অসমীয়া আখৰ-জোঁটনিত খেলিমেলিৰ সৃষ্টি হোৱা বৰ্ণসমূহ চিনাক্ত কৰা হৈছে আৰু বৰ্ণশুদ্ধিৰ ক্ষেত্ৰসমূহো বাচি উলিওৱা হৈছে —

- হ্ৰস্ব আৰু দীৰ্ঘৰূপৰ প্ৰয়োগত। যেনে — ই/ ঈ - খিৰিকি/ খিৰিকী, দেউৰি/ ডেউবী, আজলি/ আজলী, সূচি/সূচী, ত্ৰুটি/ ত্ৰুটী ইত্যাদি। উ/ ঊ - লঘু/ লঘূ, চুণ/ চূণ, চুড়া/ চূড়া, কৰ্পুৰ/ কৰ্পূৰ ইত্যাদি।
- চ আৰু ছৰ প্ৰয়োগত। যেনে — পিচ/ পিছ, পাচ/ পাছ, হিচাপে/ হিছাপে, দিচপুৰ/ দিছপুৰ, চহীদ/ ছহীদ,লেচেৰি/ লেছেৰী, চেকা/ ছেকা, চল/ ছল, বেচ/ বেছ, চানি/ ছানি ইত্যাদি।
- ত, থ, দ, ধ, ন আৰু ট, ঠ, ড, ঢ, ণ ৰ প্ৰয়োগত। যেনে — তাই/ টাই, অঘাইতং/ অঘাইটং, অতল/ অটল, অনিমা/অণিমা, ধল/ ঢল, থিৰাং/ ঠিৰাং, থোক/ ঠোক, দোলা/ ডোলা, দবা/ ডবা ইত্যাদি।
- শ, য, স, ৰ প্ৰয়োগত। যেনে — যিবোৰ শব্দ বিশেষ্য ৰূপত 'শ' ৰে শেষ হয়, তেনেবোৰ শব্দ বিশেষণৰূপত ষ্ট হয়। যেনে — ক্লেশ/ ক্লিষ্ট, প্ৰৱেশ/ প্ৰৱিষ্টি, বিনাশ/ বিনষ্ট ইত্যাদি। কিন্তু 'স'ৰ ক্ষেত্ৰত তেনে নহয়। বিশেষ্য আৰু বিশেষণ দুয়োটা ৰূপতে স হয়। যেনে — অভ্যাস/ অভ্যস্ত, সন্তাপ/ সন্তপ্ত ইত্যাদি।



হেমচন্দ্ৰ বৰুৱাৰ মতে মূল অনুসৰি লিখিব লাগে যদিও কিছুমান শ, ষ, স বৰ্ণযুক্ত তৎসম শব্দ মূল অনুসৰি লিখা নহয়, উচ্চাৰণ অনুসৰিহে লিখা হয়। যেনে — দশ-দহ, মাস-মাহ, বিষ-বিহ ইত্যাদি।

- ব আৰু ৱ ৰ প্ৰয়োগত। যেনে — জীৱন/ জীবন, নীৰৱ/ নীৰব, ভৱিষ্যত/ ভবিষ্যত, ভাৱ/ ভাব, প্ৰৱন্ধ/ প্ৰবন্ধ, গৱেষণা/ গবেষণা ইত্যাদি।
- আ আৰু ই ৰ প্ৰয়োগত। যেনে — পাছ/ পিছ
- আ আৰু এ ৰ প্ৰয়োগত। যেনে — নাখায়/ নেখায়, আন্ধাৰ/ এন্ধাৰ ইত্যাদি।
- ই আৰু এ ৰ প্ৰয়োগত। যেনে — লিখক/ লেখক, লিখা/ লেখা ইত্যাদি।
- চন্দ্ৰবিন্দুৰ প্ৰয়োগত। যেনে — আঁহত/ আঁহত, গাঁও/ গাওঁ, সোঁৱৰণ/ সোৱঁৰণ ইত্যাদি। উল্লেখযোগ্য যে, চন্দ্ৰবিন্দুৰ ব্যৱহাৰত 'হেমকোষ'ত স্বৰৰ ওপৰত আৰু 'চন্দ্ৰকান্ত অভিধান'ত ব্যঞ্জনৰ ওপৰত আৰু 'আধুনিক অসমীয়া অভিধান'ত 'হেমকোষ'ৰ দৰে ব্যৱহাৰ কৰিছে।
- 'ৰ' আৰু 'ড়'ৰ প্ৰয়োগত। ভৰালী/ ভড়ালী, বৰা/ বড়া, বৰো/ বড়ো, খুৰা/ খুড়া ইত্যাদি। উল্লেখযোগ্য যে, 'চন্দ্ৰকান্ত অভিধানে' ড় > ৰ হে প্ৰয়োগ কৰিছে। যেনে — গুড় > গুৰ।
- 'ং' আৰু 'ঙ' ৰ প্ৰয়োগত। যেনে — ৰংঘৰ/ ৰঙঘৰ, শংকৰ/ শঙ্কৰ, বংগ/ বঙ্গ ইত্যাদি।
- 'ৰ' আৰু ৰেফৰ প্ৰয়োগত। যেনে — দৰকাৰ/ দৰ্কাৰ, কাৰবি/ কাৰ্বি ইত্যাদি।
- স্বৰচিহ্নৰ ব্যৱহাৰতো কিছু খেলিমেলি দেখা যায়।
- বিদেশী শব্দসমূহৰ লিপ্যন্তৰত খেলিমেলি দেখা যায়। বিশেষকৈ (c, ch, s, sh, sw) আদি ধ্বনিৰ লিপ্যন্তৰত বেছি খেলিমেলি হয়।

ওপৰত উল্লেখ কৰা বৰ্ণশুদ্ধিৰ ক্ষেত্ৰসমূহৰ উপৰি অসমীয়া আখৰ-জোঁটনিত আৰু কিছুমান বিসংগতি দেখিবলৈ পোৱা যায়। সংস্কৃত বৰ্ণমালাক হুবহু ৰূপত অসমীয়া লিখন-ৰীতিত ব্যৱহাৰ কৰাৰ বাবে আখৰ-জোঁটনিত বিসংগতি দেখিবলৈ পোৱা গৈছে। এনে বিসংগতিবোৰ হৈছে —

- অসমীয়া ভাষাত সংস্কৃতত উচ্চাৰণ নোহোৱা অ' আৰু এ' ধ্বনিৰ উচ্চাৰণ হয়। কিন্তু এই দুয়োটা উচ্চাৰিত ধ্বনি বৰ্ণভিত্তিক আখৰ অসমীয়াত নাই। অ' ৰ বাবে উৰ্দ্ধকমা (') ব্যৱহাৰ কৰা হয় আৰু এ' বাবে এ আৰু ে-কাৰ ব্যৱহাৰ কৰা হয়। কিন্তু দুয়োটা ধ্বনিৰ উচ্চাৰণে অৰ্থৰ ভেদ ঘটায়। যেনে — বল-ব'ল, অত-অ'ত, বেল-বে'ল (bell), বেত-বে'ত (bet) ইত্যাদি।
- অসমীয়া ভাষাত সংস্কৃতৰ দৰে দীৰ্ঘস্বৰৰ উচ্চাৰণ পোৱা নাযায়। ই/ ঈ, উ/ ঊ এইকেইটাৰ উচ্চাৰণ হ্ৰস্বহে। ঋ > 'ৰি' ৰূপহে উচ্চাৰণ হয়। চ/ ছ, জ/ ঝ, ৰ/ ড় আদিৰ এটাহে উচ্চাৰণ পোৱা যায়। শ/ ষ/ স ৰ উচ্চাৰণ স (x), আৰু ত-বৰ্গ আৰু

ট-বৰ্গৰ এটাও ধ্বনি উচ্চাৰণ নহয়। এই দুই বৰ্গৰ অন্তৰ্গত ধ্বনিসমূহ দন্তমূলীয় ৰূপেহে উচ্চাৰণ হয়। সংস্কৃত বৰ্ণমালাৰ অনুকৰণত সৃষ্ট অসমীয়া আখৰমালাত উল্লিখিত উচ্চাৰণ বৈশিষ্ট্যৰ প্ৰতিফলন ঘটা নাই।

- অসমীয়া ভাষাৰ চন্দ্ৰবিন্দুটো স্বৰৰ আশ্ৰয়ত উচ্চাৰিত হয় যদিও ইয়াৰ বৰ্ণগত মৰ্যাদা আছে। কাৰণ ইয়াৰ ব্যৱহাৰে অৰ্থৰ ভেদ ৰক্ষা কৰে। যেনে — আহ-আঁহ, বাহ-বাঁহ ইত্যাদি। কিন্তু এই চন্দ্ৰবিন্দুটোৰ সঠিক প্ৰয়োগত গুৰুত্ব দিয়া নহয়। আনহাতে ৰ আৰু য় বৰ্ণ দুটা শ্ৰুতিধ্বনিহে, সেয়েহে ইহঁতক বৰ্ণগত মৰ্যাদা দিয়া নাই। কিন্তু আখৰ-জোঁটনিত এই কেইটাই খেলিমেলিৰ সৃষ্টি কৰে।
- অসমীয়া ভাষাৰ স্বৰৰ গৌণৰূপৰ প্ৰয়োগতো বিসংগতি লক্ষ্য কৰা যায় যিহেতু অসমীয়া ভাষাৰ 'অ'ৰ বাহিৰে বাকীকেইটা স্বৰৰ গৌণৰূপৰ প্ৰয়োগ আছে। এইবোৰৰ ভিতৰত অসমীয়া ভাষাত উচ্চাৰণ নথকা স্বৰৰ গৌণৰূপৰো প্ৰয়োগ আছে। া, ি, ী, ু, ূ, ে, ৈ, ো, ৌ এই গৌণৰূপবোৰৰ কিছুমান ব্যঞ্জনৰ আগত আৰু কিছুমান ব্যঞ্জনৰ পাছত প্ৰয়োগ কৰা হয়।

উদাহৰণস্বৰূপে, খাওঁ = খ-আ-ওঁ, আনহাতে 'বিনা' শব্দত 'ব'ৰ আগত 'ি' কাৰ দিয়া হয় যদিও ইহঁতৰ লিখাৰ ক্ৰম ব-ই-ন-আ হে। 'ো', আৰু 'ৌ' এই দুটা গৌণৰূপ ব্যঞ্জনৰ আগে-পাছে লিখা হয়। এনেবোৰ কথাই ভাষা শিকাৰুসকলক খেলিমেলিৰ সৃষ্টি কৰে[৫]। তদুপৰি অসমীয়া ভাষাত শ্বাসাঘাত, সুৰ, সুৰলহৰ, স্বৰমাত্ৰা আদি উপাহিত ধ্বনিবোৰক বুজাবলৈ কোনো প্ৰতীকৰ প্ৰয়োগ নাই। এইবোৰৰ বাবেও উচ্চাৰণ নিৰ্দেশক প্ৰতীকৰ প্ৰয়োজন।

- যুক্তৰূপৰ লিখনতো কিছুমান বিসংগতি চকুত পৰে। অসমীয়া আখৰ জোঁটনিত দুটা আৰু তিনিটা ব্যঞ্জনৰ যুক্তৰূপ পোৱা যায়। যেনে — ক + ৰ = ক্ৰ, হ + ণ = হ্ণ, হ + ব = হ্ব, ঙ + গ = ঙ্গ, স + ত + ৰ = স্ত্ৰ ইত্যাদি। এনেবোৰ যুক্তৰূপৰ লিখনিত আজিকালি দুটা ৰূপৰ ব্যৱহাৰ পোৱা যায়। হ + ম হ্ম, জ + ঞ = জ্ঞ, (গ্য), ঞ + জ = ঞ্জ(নজ) ক +ষ = ক্ষ (খ্য), হ + য় = হ্য (জ্য) আদি যুক্তৰূপৰ ব্যৱহাৰ শিকোঁতে ভাষা শিকাৰুসকলক সমস্যাত পেলায়।

**অসমীয়া আখৰ-জোঁটনিত সংস্কাৰ সাধনৰ চিন্তা ঃ**

- অসমীয়া আখৰ-জোঁটনিৰ বিসংগতিবোৰ আঁতৰাবলৈ হ'লে ভাষাটোৰ উচ্চাৰিত বৰ্ণৰ সৈতে আখৰসমূহৰ সহ-সম্পৰ্ক স্থাপন কৰি ল'ব লাগিব। কাৰণ, ভাষাটোৰ লিখন-ৰীতিয়ে উচ্চাৰণ কৰা ভাষাটোক প্ৰতিনিধিত্ব নকৰে তেতিয়া তাৰ উদ্দেশ্য আৰু কাৰ্য সফল হোৱাত ব্যাঘাত জন্মাব পাৰে। উচ্চাৰণভিত্তিক আখৰ-জোঁটনিয়ে ভাষাটোত ব্যৱহৃত শব্দসমূহৰ অৰ্থভেদত ব্যাঘাত জন্মাব বুলি ভবাৰ থল আছে। এই সন্দৰ্ভত বহুজনে মত আগবঢ়াই আহিছে যদিও এটা সুস্থিৰ বা গঠনমূলক চিন্তা কৰি চাব পাৰি। মাতি/ মাটি, চাল/ ছাল, হাত/ হাট, নাৰী/ নাড়ী আদি সমোচ্চাৰিত



শব্দবোৰৰ অৰ্থভেদ আছে যদিও এই শব্দবোৰৰ অৰ্থোপলব্ধি বাক্যৰ স্তৰত অনুভূত হয়। অসমীয়া অভিধানবোৰতো এনে সমোচ্চাৰিত ভিন্ন অৰ্থবাচক শব্দত একে আখৰ-জোঁটনি ব্যৱহাৰ কৰি বহু শব্দ সন্নিৱিষ্ট কৰা হৈছে। বাদ পৰি যোৱা শব্দসমূহৰ ক্ষেত্ৰতো তেনে পন্থাই ল'লে ভাষাটোৰ লিখন-কাৰ্যত আহুকাল কমিব বুলি ভাবিব পাৰি।

- আখৰ-জোঁটনিৰ পৰম্পৰা যিমান পাৰি মানি চলিব লাগে যদিও যুগৰ অথবা সময়ৰ পৰিৱৰ্তনৰ লগে লগে পৰম্পৰাবো সংশোধন বা পৰিৱৰ্তন হ'ব পাৰে। তেনে পৰিৱৰ্তন বা সংশোধন যুক্তিনিৰ্ভৰ হ'লে তাক বিনাদ্বিধাই গ্ৰহণ কৰিব লাগে। তদুপৰি বিজ্ঞানৰ যুগত কম্পিউটাৰ আৰু বৈদ্যুতিন মাধ্যমৰ উপযোগীকৈ আখৰৰ সৰল ৰূপৰ বাবে আখৰ-জোঁটনিৰ সংশোধন হোৱাটো অপৰিহাৰ্য। আখৰ-জোঁটনিৰ সৰল ৰূপে ইণ্টাৰনেট আৰু ৱেবছাইটত অসমীয়া ভাষাৰ প্ৰয়োগত সহায় কৰিব।[৭]
- প্ৰাকস্বাধীনতা কালৰে পৰা অসমীয়া ভাষাত দ্বিত্বব্যঞ্জনৰ প্ৰয়োগ নাইকিয়া হৈছে। যেনে — পৰ্ব্বত > পৰ্বত, ধৰ্ম্ম > ধৰ্ম, কৰ্ম্ম > কৰ্ম ইত্যাদি। ঠিক তেনেদৰে গু, ৰু, ৰূ, হু, শু আদি যুক্তাৰূপৰ ঠাইত ক্ৰমে গু, ৰু, ৰূ, হু, শু আদিৰূপে লিখিবলৈ লোৱা হৈছে। জীৱিত ভাষাৰ ক্ষেত্ৰত আধুনিক প্ৰযুক্তিবিদ্যাৰ ব্যৱহাৰৰ সুবিধাৰ্থে এনেধৰণৰ সৰলীকৰণ গ্ৰহণ কৰাটো আদৰণীয়।[৮]
- মূলানুগ আখৰ-জোঁটনি তৎসম আৰু তদ্ভৱ শব্দবোৰৰ ক্ষেত্ৰত বাহাল থাকিলেও যিবোৰ শব্দত মূল দেখুৱাবলৈ কোনো প্ৰয়োজনবোধ কৰা নহয়, তেনে শব্দৰ ক্ষেত্ৰত অসমীয়া ভাষাত উচ্চাৰিত নোহোৱা কিছুমান বৰ্ণ-প্ৰতীক যেনে — ঈ, ঊ, ঋ, ছ, ঝ, ট, ঠ, ড, ঢ, শ, ষ, ক্ষ, ড়, ঢ় এইবোৰ আখৰৰ আৱশ্যকতা সম্পৰ্কে পুনৰ চিন্তা কৰাৰ প্ৰয়োজন আছে।
- অসমীয়া ভাষাত একেটা শব্দৰ বিশেষ্য আৰু বিশেষণ ৰূপ সুকীয়াকৈ দেখুৱাবলৈ 'ই' আৰু 'ঈ' কাৰ প্ৰয়োগ কৰা হয়। যেনে — কৃতি (বি.), কৃতী (বিণ.) আৰম্ভণি (বি.), আৰম্ভণী (বিণ), জাতি (বি.) জাতীয় (বিণ.) ইত্যাদি। চন্দ্ৰকান্ত অভিধানতো মুকলী অধিবেশন, চুটীগল্প আদি আখৰ-জোঁটনিৰ পোষকতা কৰিছে। এনে শব্দবোৰত ই কাৰহে লিখিব লাগে।

যিহেতু বাক্যৰ স্তৰতে এনে শব্দবোৰৰ পদ নিৰ্ণয় কৰিব পাৰি। আনহাতে ভাষাবৈজ্ঞানিক দৃষ্টিকোণৰ পৰাও এনে দ্বৈতৰূপৰ প্ৰয়োজনীয়তা দেখা নাযায়।

- অসমীয়া ভাষাৰ যিকেইখন অভিধান প্ৰণয়ন কৰা হৈছিল, এই আটাইকেইখনতে আখৰ-জোঁটনি স্থিৰীকৰণৰ যত্ন কৰা নাই। বৰঞ্চ অভিধানবোৰে আখৰ-জোঁটনিত কিছুমান বেমেজালিহে সৃষ্টি কৰিছে। 'হেমকোষে' বান্ধি দিয়া নীতি 'চন্দ্ৰকান্ত অভিধানে' মানি লোৱা হৈছে বুলি ঘোষণা কৰিছে যদিও প্ৰধান শব্দ (Head Word) ত হিচাপ/ হিছাপ, চৰ্ত/ ছৰ্ত, উড়/ উৰ, চহিদ/ ছহিদ, চৰ্ম্ম/ চৰ্ম আদি শব্দৰ বিকল্প ৰূপো দিছে। আনহাতে তৃতীয় সংস্কৰণত কেতবোৰ নতুন নীতিও সন্নিৱিষ্ট কৰিছে।

ব, ৱ যুক্ত বৰ্ণবিন্যাসত মূলতকৈ অসমীয়া ভাষাত প্ৰচলিত উচ্চাৰণ অনুসৰি ব, ৱ ৰ ব্যৱহাৰ কৰিছে। আৰবী, ফাৰ্চী, হিন্দী আদি বিদেশীমূলৰ শব্দবোৰত শ,ষ, স ৰ ৰূপান্তৰত চ-ছ বিকল্প ৰাখিছে। 'ন' উচ্চাৰণযুক্ত বিদেশী শব্দ অসমীয়াত লিখোঁতে 'ন' ৰে লিখা হ'ব বুলি উল্লেখ কৰিছে।

'আধুনিক অসমীয়া অভিধানৰ' আখৰ-জোঁটনিত ণ, ন ৰ ক্ষেত্ৰত 'চন্দ্ৰকান্ত অভিধান'ৰ নীতিকেই অনুসৰণ কৰিছে যদিও বিদেশী শব্দৰ আখৰ-জোঁটনিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি আৰু সমন্বয় সমিতিয়ে
গ্ৰহণ কৰা নীতি অনুসৰণ কৰিছে। ই-কাৰ আৰু ঈ-কাৰ ব্যৱহাৰৰ ক্ষেত্ৰত খেলিমেলি দেখা যায়। এই অভিধানৰ নীতি মতে তদ্ভৱ আৰু বিশেষকৈ দেশজ শব্দত ঈ-কাৰ হোৱাৰ কোনো যুক্তি বিচাৰি পোৱা নাযায়, তেনে শব্দত ই-কাৰ ব্যৱহাৰ কৰিছে — খিৰিকি, উকিল, জৰি, কুঁৱলি ইত্যাদি।
বিদেশী শব্দৰ ক্ষেত্ৰতো এই নীতিকে গ্ৰহণ কৰিছে। যেনে — ট্ৰেজাৰি, লতাৰি, জৱানবন্দি ইত্যাদি। আনহাতে, মেকুৰী, কাউৰীৰ ঠাইত মেকুৰি, কাউৰি লিখিছে। অৱশ্যে এই শব্দকেইটা ঈ-কাৰন্ত হোৱাৰ যুক্তিও আছে বুলি উল্লেখ কৰিছে। চিলনী শব্দৰ দৰে এই শব্দকেইটাও স্ত্ৰীলিংগ ৰূপতে জাতিবাচক শব্দৰূপে অসমীয়া ভাষাত চলি অহাৰ বাবে এই শব্দকেইটাক ঈ-কাৰন্ত ৰূপত সংযোজনত সন্নিৱিষ্ট কৰিছে। উক্ত অভিধানত ই-কাৰ আৰু ঈ-কাৰ প্ৰয়োগত বিকল্প ৰূপ পোৱা যায়। যেনে — কেৰাণি- কেৰাণী, গুৱনি-গুৱনী ইত্যাদি।

- গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ 'অসমীয়া আখৰ জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতি', অসম সাহিত্য সভাৰ 'অসমীয়া আখৰ জোঁটনিৰ উপসমিতিৰ সিদ্ধান্ত' এই দুয়োখন পুথিতেই আখৰ-জোঁটনিৰ কিছুমান সিদ্ধান্ত দাঙি ধৰিছে যদিও আখৰ-জোঁটনি স্থিৰীকৰণত বিশেষভাৱে ভূমিকা পালন কৰিব পৰা নাই। যিহেতু এই দুয়োখন পুথিতেই বহু শব্দৰ আখৰ-জোঁটনিৰ বিকল্প ব্যৱহাৰৰ সুবিধা ৰেছিকৈ ৰখা হৈছে, ফলত আখৰ-জোঁটনিত খেলিমেলিহে সৃষ্টি হৈছে। এইবোৰৰ পুনৰ সংস্কাৰ সাধন কৰি বিকল্প ৰূপবোৰ যিমান পাৰি কমাব লাগে।

**উপসংহাৰ ঃ**

অসমীয়া ভাষাৰ আখৰ-জোঁটনিত দেখা দিয়া সমস্যাবোৰৰ সামাধানৰ বাবে ওপৰৰ আলোচনাৰ ভিত্তিত কেইটামান চিন্তা আগবঢ়োৱা হ'ল —

- মাতৃভাষাৰ প্ৰতি দায়বদ্ধতাৰ অভাৱৰ বাবে অসমীয়া ভাষাৰ উচ্চাৰণৰীতি, আখৰ-জোঁটনি, লিপ্যন্তৰ আদিত নানা বিভ্ৰাটৰ সৃষ্টি হৈছে। স্কুলীয়া স্তৰতে ভাষা শিকাৰুক উচ্চাৰণ সম্পৰ্কে যথাযথ জ্ঞান দিবলৈ যত্ন কৰা উচিত।
- মাতৃভাষাৰ উচ্চাৰণৰ প্ৰতি সচেতনতাৰ অভাৱ সততে পৰিলক্ষিত হয়। সকলো পাঠকে ভাষাটোৰ শুদ্ধ উচ্চাৰণৰ প্ৰতি সততে মনোযোগ দিয়া উচিত।



- ব্যাকৰণ এখনে ভাষা এটাৰ পৰিচ্ছন্ন আৰু কিছু পৰিমাণে সৰ্বজনগ্ৰাহ্য নীতিৰ বাট দেখুৱাত সহায় কৰে। অসমীয়া ভাষাৰ ব্যাকৰণসমূহত আখৰ জোঁটনি আৰু উচ্চাৰণ সম্পৰ্কীয় আলোচনাৰ অভাৱ। ব্যাকৰণসমূহত যথাসম্ভৱ আখৰ-জোঁটনিৰ বিজ্ঞানসন্মত আলোচনা থকাটো বাঞ্ছনীয়। অসমীয়া ভাষা প্ৰত্যয়যুক্ত ভাষা। অসমীয়া ভাষাত মূলৰূপৰ আগত বা পাছত প্ৰত্যয়যুক্ত কৰি বহু নতুন নতুন শব্দ সাধন কৰা হয়। সেয়েহে ব্যাকৰণসমূহত শব্দসাধন সম্পৰ্কীয় জ্ঞানৰো আৱশ্যক তথা প্ৰত্যয়বোৰৰ জোঁটনিত স্বৰ আৰু ব্যঞ্জনৰ সুস্থ নীতিৰ আৱশ্যক। স্কুলীয়া স্তৰতে ভাষা শিকাৰুসকলক যিমানদূৰ সম্ভৱ ব্যাকৰণৰ শিক্ষা দিবলৈ যত্ন কৰা উচিত। শিক্ষক, ছাত্ৰ-ছাত্ৰী, লেখক-পাঠকসকলে লিখা-পঢ়াৰ সময়ত ব্যাকৰণ আৰু অভিধান মেলাৰ অভ্যাস কৰাতো বাঞ্ছনীয়।
- অসমীয়া ভাষাত এতিয়ালৈকে আখৰ-জোঁটনিৰ হাত-পুথি ৰূপে ব্যৱহাৰ কৰিবপৰা ভালেকেইখন পুথি প্ৰকাশ হৈ ওলাইছে। এই পুথিসমূহৰ অধ্যয়নৰ জৰিয়তেও নিজাববীয়াকৈ আখৰ-জোঁটনিৰ এটা সুস্থ নীতি গ্ৰহণ কৰিব পাৰি। ১৯৫৩ চনত প্ৰকাশিত ডিম্বেশ্বৰ নেওগৰ 'শুধ অসমীয়া' আখৰ-জোঁটনি সম্পৰ্কীয় প্ৰথম পুথি। এই পুথিখন অসমীয়া আখৰ-জোঁটনিৰ সম্ভাব্য ভুলবোৰ আগত ৰাখিয়েই যুগুত কৰিছে। এইখন পুথি শিক্ষক, ছাত্ৰ, পাঠকে হাতপুথি হিচাপে ব্যৱহাৰ কৰিব পাৰে। ১৯৭০ চনত ড° মহেশ্বৰ নেওগৰ 'নিকা অসমীয়া ভাষা' পুথিখনত অসমীয়া ভাষা শুদ্ধকৈ লিখাৰ কিছুমান বিধি সন্নিবিষ্ট কৰা হৈছে। এই পুথিখনকো অসমীয়া আখৰ-জোঁটনিৰ হাতপুথি হিচাপে ব্যৱহাৰ কৰিব পাৰি। ১৯৭২ চনত ড°গোলোকচন্দ্ৰ গোস্বামীয়ে প্ৰণয়ন কৰা 'অসমীয়া আখৰ-জোঁটনি' শীৰ্ষক গ্ৰন্থত অসমীয়া বৰ্ণ, ধ্বনি আৰু উচ্চাৰণৰ পদ্ধতিগত মৌলিক বিচাৰ সন্নিৱিষ্ট কৰিছে। তদুপৰি ২০০২ চনত 'অসমীয়া ভাষাৰ উচ্চাৰণ' শীৰ্ষক পুথিখনে প্ৰকাশ পাইছে। ১৯৯৩ চনত প্ৰকাশিত শিৱনাথ বৰ্মনৰ 'আখৰ-জোঁটনি' শীৰ্ষক পুথিখনত ইতিমধ্যে আখৰ-জোঁটনিৰ প্ৰচলিত আৰু গৃহীত নীতিসমূহ পদ্ধতিগতভাৱে সন্নিৱিষ্ট হৈছে। এনেবোৰ পুথি শিক্ষক, লেখক পাঠক সকলে ভালদৰে অধ্যয়ন কৰি ল'লে আনক শিকাবলৈ অথবা আখৰ-জোঁটনি সম্পৰ্কীয় বেমেজালি দূৰীকৰণত সহায় হ'ব বুলি ভবাৰ থল আছে।
- অসমীয়া ভাষাত এখন পূৰ্ণাঙ্গ অভিধানৰ অভাৱ অনুভৱ কৰা যায়। অভিধানভেদে একেটা শব্দৰ ভিন্ন আখৰ-জোঁটনিসমূহ আঁতৰাই এখন পূৰ্ণাংগ অভিধান প্ৰণয়ন কৰাটো অতি প্ৰয়োজনীয়। এই ক্ষেত্ৰত অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ লগতে অন্যান্য আগ্ৰহী ব্যক্তি আৰু অনুষ্ঠানৰ সমূহীয়া প্ৰচেষ্টাত আঁচনি প্ৰস্তুত কৰি কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰাতো অতি জৰুৰী হৈ পৰিছে।
- সংস্কৃত ভাষা শিক্ষাৰ প্ৰতি উদাসীনতাৰ বাবেও মূলানুগ আখৰ-জোঁটনিত যথেষ্ট খেলিমেলিৰ সৃষ্টি হয়। ভাষাবৈজ্ঞানিক দৃষ্টিৰে বিচাৰ কৰিলে, অসমীয়া ভাষাৰ

উচ্চাৰণৰীতি সংস্কৃত ভাষাতকৈ যথেষ্ট সুকীয়া যদিও অসমীয়া আখৰ-জোঁটনিত যেতিয়ালৈকে সংস্কৃতীয়া আখৰ-জোঁটনি বাহাল থাকিব, তেতিয়ালৈকে অসমীয়া পাঠক আৰু লেখকৰ বাবে সংস্কৃত ভাষাৰ জ্ঞানৰ প্ৰয়োজনীয়তা থাকিব।

- বাতৰি কাকত, আলোচনী, দূৰদৰ্শন, বিজ্ঞাপন, নামফলক আদিৰ আখৰ-জোঁটনিত বেমেজালি আৰু বিশৃংখল বেছি হৈছে। যিহেতু এনে প্ৰচাৰ মাধ্যমসমূহত ব্যৱহৃত ভাষাই সৰ্বসাধাৰণক বিশেষভাৱে প্ৰভাৱান্বিত কৰে, সেয়েহে এই প্ৰচাৰ মাধ্যমসমূহে আখৰ-জোঁটনিৰ শুদ্ধ প্ৰয়োগত বিশেষভাৱে চকু ৰখা উচিত।
- কিছুমান ভাষাতাত্বিক, লেখক, বাতৰিকাকত, আলোচনীৰ সম্পাদকে ব্যক্তিগত খেয়াল-খুচি মতে আখৰ-জোঁটনিৰ নীতি নিৰ্ধাৰণ কৰি লয়। বহুদিনৰ পৰা চলি অহা বিধিৰ বিপৰীতে গৈ নিজৰ মতে বিধি ঠিক কৰি লয়। বহুতে আকৌ বিজ্ঞ ব্যক্তি বুলি তেওঁৰ আখৰ-জোঁটনিৰ অন্ধ অনুকৰণ কৰে। এনে অনুকৰণে ভাষাৰ সমস্যাৰ সমাধানত অন্তৰায় সৃষ্টি কৰে।

শেষত ক'ব বিচাৰোঁ যে, যিহেতু ধ্বনিক প্ৰতিনিধিত্ব কৰা আখৰসমূহৰ নিজা কোনো অৰ্থ নাথাকে, সেয়েহে জনাবুজা ব্যক্তিসকল, ভাষাতাত্বিকসকল, বিভিন্ন প্ৰচাৰ মাধ্যমৰ লগত জড়িত ব্যক্তিসকলে নিজৰ খেয়াল-খুচি মতে আখৰ-জোঁটনিৰ নীতি নিৰ্দ্ধাৰণ নকৰি, এৰা-ধৰা মনোভাৱেৰে একেখন মঞ্চত উপৱিষ্ট হৈ অসমীয়া আখৰ-জোঁটনিৰ সুস্থ আৰু স্থিৰ নীতি গ্ৰহণ কৰিলে অসমীয়া ভাষাৰ ভৱিষ্যত পোহৰ হ'ব বুলি আশা কৰিব পাৰি।■

পাদটীকা —

১. www.wikipedia.com
২. দ্ৰষ্টব্য, অৰুনোদই, ভূমিকা সম্পা. মহেশ্বৰ নেওগ
৩. বেজবৰুৱাৰ গ্ৰন্থাৱলী, সাহিত্য প্ৰকাশ (পৃঃ ১৭২৩) ১৯৮৮
৪. ব্যাকৰণ আৰু প্ৰাকৃতিবিজ্ঞান ৰমেশ পাঠক, পৃঃ ৮৭
৫. অসমীয়া বানান প্ৰকৰণ ঃ সমস্যা
পত্ৰিকা, সপ্তপঞ্চশতম বৰ্ষঃ প্ৰথম সংখ্যা, ২০০১, সম্পা. ড° প্ৰহ্লাদ কুমাৰ বৰুৱা, পৃঃ ৫৬
৬. ভাষাবিজ্ঞানৰ ভূমিকা, ৰমেশ পাঠক. পৃঃ ২২
৭. অসমীয়া আখৰ-জোঁটনিৰ সমস্যা, (প্ৰবন্ধ) গোলোকচন্দ্ৰ গোস্বামী, প্ৰজ্ঞা, স্মৃতিগ্ৰন্থ, যোৰহাট গ্ৰন্থমেলা, ২০০৫
মুখ্য সম্পা. ড° প্ৰকাশ গোস্বামী, পৃঃ ৮
৮. সাম্প্ৰতিক অসমীয়া ভাষা শব্দ ঃ প্ৰয়োগৰ বিভ্ৰাট, প্ৰবন্ধ ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, 'প্ৰজ্ঞা' - যোৰহাট গ্ৰন্থমেলাৰ স্মৃতিগ্ৰন্থ, ২০০৫, মুখ্য সম্পাদক ড° প্ৰকাশ গোস্বামী, পৃঃ ৪৮



# অসমীয়া লিপি (বৰ্ণ)

ড° নাৰায়ণ দাস

খ্ৰীষ্টীয় ঊনবিংশ শতাব্দীৰ প্ৰথমাৰ্ধৰে পৰা ছপা পুথিত ব্যৱহাৰ কৰা লিপি বা বৰ্ণকে আধুনিক অসমীয়া লিপি আখ্যা দিয়া হয়। ইংৰাজী ১৮১৩ চনত শ্ৰীৰামপুৰৰ ডাটচ উপনিবেশত থকা বেপটিষ্ট মিছনেৰীসকলে নগাঁও কলিয়াবৰৰ আত্মাৰাম শৰ্মাৰ হতুৱাই ভাঙনি কৰা বাইবেলখন (ধৰ্মপুস্তক) ছপা হৰফত প্ৰকাশ কৰাটো অসমীয়া লিপি আৰু ভাষা-সংস্কৃতিৰ কাৰণে এটা যুগান্তকাৰী ঘটনা। পিছে সেই 'ধৰ্ম পুস্তক'ত ব্যৱহাৰ কৰা ছপা শালৰ হৰফৰ ৰূপ কেনেকুৱা আছিল? ড° নন্দ তালুকদাৰে 'অসমবাণী'ৰ ৰূপালী জয়ন্তী আৰু বিহুসংখ্যাত (১৯৮০) প্ৰকাশিত 'অসমীয়া ছপা কিতাপ আৰু ছপা গ্ৰন্থ' শীৰ্ষক নিবন্ধত উল্লেখ কৰিছিল যে উক্ত গ্ৰন্থখনিৰ 'আখৰৰ গঢ় ভালেখিনি সাঁচিপতীয়া আখৰৰ গঢ়ৰ।' আনহাতে ড° মহেশ্বৰ নেওগ 'অৰুণোদই'ৰ পাতনিত লিখিছে — 'ছপাখানাৰ হৰফ পুৰণি অসমীয়া লিপি নহয়, বৰং শ্ৰীৰামপুৰত মুদ্ৰণকলাৰ সংপৰীক্ষাৰ এই কালছোৱাৰ কোনো ছপা বঙলা হৰফৰে ইপ্ৰকাৰভেদ।' ইংৰাজী ১৮৮৩ চনত উক্ত 'ধৰ্মপুস্তক'ৰ যেতিয়া দ্বিতীয় তাঙৰণ উলিয়াব লগা হ'ল, তেতিয়া তাত ভালেখিনি সৰলীকৃত আৰু সকলোৰে সহজে বুজা হৰফ ব্যৱহাৰ কৰা হ'ল।

ইংৰাজী ১৮৩৯ চনত শ্ৰীৰামপুৰৰ ছপাশালত ছপা হৈ প্ৰকাশ পায় ৰেভাৰেণ্ড উইলিয়াম ৰবিনছনৰ 'A Grammar of the Assamese Language'। শ্ৰীৰামপুৰৰ পৰা প্ৰকাশ পালেও সেই গ্ৰন্থৰ হৰফ 'ধৰ্মপুস্তক'ৰ হৰফতকৈ কিছু সৰল। ইয়াৰ পিছত আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলে শিৱসাগৰত ছপাকল বহুৱাই 'অৰুনোদই' ছপা কৰিবলৈ শ্ৰীৰামপুৰৰ ছপা হৰফৰ আৰ্হিত আখৰ কটাই আনিলেও তাৰ হৰফবোৰৰো কেবাটাও বৰ্ণ, ঘাইকৈ যুক্তবৰ্ণৰ ৰূপ আপেক্ষিকভাৱে ৰবিনচনৰ ব্যাকৰণতকৈ সৰল। আৰম্ভণিৰেপৰা তাত 'ৱ' বৰ্ণৰ অৱস্থিতি মন কৰিবলগীয়া। পৰৱৰ্তীকালত আউনীআটি সত্ৰাধিকাৰ প্ৰভুৱে প্ৰকাশ কৰা 'আসাম-বিলাসিনী',

(১৮৭১-৮৩), হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ইংৰাজী 'আসাম নিউচ' (১৮৮২-৮৫) গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু' (১৮৮৫-৮৬), হৰিনাৰায়ণ বৰা সম্পাদিত বলিনাৰায়ণ বৰাৰ 'মৌ (১৮৮৬) শ্ৰীধৰ বৰুৱাৰ 'আসাম তৰা (১৮৮৮-৯০) আৰু ১৮৮৯ চনত কলিকতাৰ পৰা প্ৰকাশিত 'জোনাকী' কাকতত ব্যৱহাৰ কৰা হৰফবোৰে সৌন্দৰ্য সিক্ত সৰলতাৰ ইতিহাস উদঙাই দেখুৱায়।

লাইনো টাইপ আৰু মনোটাইপে বৰ্ণমালাৰ চেহেৰা ভালেখিনি সলায়। অসমীয়া টাইপ ৰাইটাৰে কিছুমান যুক্তাক্ষৰ পঢ়াত বা লিখাত সহজ কৰে যদিও কিছুসংখ্যক সংযুক্তবৰ্ণ পঢ়িব নোৱাৰা হৈছিলগৈ। বৰ্তমানে কম্পিউটাৰ অহাৰ লগে লগে বৰ্ণমালাৰ ৰূপ ভালেখিনি সুস্থিৰ অৱস্থাত উপনীত হৈছেগৈ। সন্দেহ নাই, কম্পিউটাৰত বহুল ভাৱে ব্যৱহাৰ হৈ অহা লিপি অফিচ, ৰামধেনু, আকৃতি প্ৰভৃতিৰ ফন্টসমূহৰ দুই এটা বৰ্ণৰ ৰূপ কিঞ্চিৎ বেলেগ হ'লেও সেইটোৱে এটা মাৰাত্মক অসুবিধা কৰা বুলিব নোৱাৰি। তথাপি স্বৰ চিহ্ন আৰু যুক্তাক্ষৰ কেইটামানৰ সৰল ৰূপ নিম্নোক্ত ধৰণৰ হ'লে ভাল হ'ব বুলি ভাবোঁ —

৪. ক. স্বৰচিহ্ন — আ-কাৰ (া), ই কাৰ (ি), ঈ কাৰ ী), উ কাৰ ( ু ) দীৰ্ঘ ঊ কাৰ ( ূ ), ঋ কাৰ ( ৃ ), একাৰ (ে ), ঐ কাৰ (ৈ), ও কাৰ (ো) আৰু ঔ কাৰ (ৌ)। এইখিনিতে উল্লেখ কৰা প্ৰয়োজন যে ব্যঞ্জনবৰ্ণবোৰত সাধাৰণতে স্বৰ চিহ্ন সমূহ ব্যঞ্জনবৰ্ণৰ সোঁ, বাওঁ আৰু তলত যোগ হয়। উ আৰু ঊ কাৰ সোঁ ফালে যোগ হয়। যেনে — ৰু আৰু ৰূ। এইটো সলাই আখৰৰ তলত দিয়া ভাল — ৰু আৰু ৰূ। গ ত উকাৰ যোগ হ'লে ৰূপৰ সলনি হয়— গু সেইটো গু বা গূ ৰূপত লিখিলে ন শিকাৰুৰ সুচল হয়। ঋ কাৰৰ দ্বিতীয় ৰূপটো ব্যঞ্জন বৰ্ণৰ তলত দিয়া হয়। (কৃ, নৃ) যদিও 'হ' ত সোঁহাতে দিয়া ৰীতি এৰিব পাৰিলে ভাল। তাক আন ব্যঞ্জনৰ দৰে তলত দিব পাৰি। যেনে — হৃ।

৭. অসমীয়া বৰ্ণ, ঘাইকৈ যুক্তাক্ষৰত স্বৰচিহ্ন যোগ হ'লে, কেইটামান আখৰত ঘাইকৈ ক, ত আৰু ভ বৰ্ণৰ লগত ৰ-কাৰ সংযোগ হ'লে তাৰ ৰূপৰ সলনি ঘটে। সেই সলনি ৰূপ আনধৰণেও কৰিব পাৰি। যেনে —

| | | |
|---|---|---|
| ক. | ক + ৰ = ক্ৰ, | কিন্তু ক্ৰ ৰূপেও লিখিব পাৰি |
| | (প + ৰ = প্ৰৰ দৰে) | |
| খ. | ত + ৰ = ত্ৰ, | কিন্তু ত্ৰ ৰূপেও লিখিব পাৰি = ত্ৰ |
| গ. | ভ + ৰ = ভ্ৰ, | কিন্তু ভ্ৰ ৰূপেও লিখিব পাৰি |

আন কেইটামান ৰ কাৰন্ত বৰ্ণতে ( ু ) বা ( ূ ) যোগ হ'লে ৰূপৰ সলনি হয়। সেই ৰূপ সলনি নোহোৱাকৈও ৰাখিব পাৰি। যেনে—

| | | |
|---|---|---|
| ঘ. | ত্ৰ + উ = ত্ৰু, | ইয়াক ত্ৰু ৰূপত ৰাখিব পাৰি। |
| ঙ. | দ্ৰ + উ, আৰু ঊ = দ্ৰু দ্ৰূ, ইয়াক দ্ৰু আৰু দ্ৰূ ৰাখিব পাৰি। | |
| চ. | ধ্ৰ + উ = ধ্ৰু, | ইয়াক ধ্ৰু ৰূপত ৰাখিব পাৰি। |
| ছ. | ব্ৰ + উ = ব্ৰু, | ইয়াক ব্ৰু ৰূপত ৰাখিব পাৰি। |
| জ. | শ্ৰ + উ = শ্ৰু, | ইয়াক শ্ৰু ৰূপত ৰাখিব পাৰি। |
| ঝ. | হ + ন = হ্ন , | ইয়াক হ্ন ৰূপত ৰাখিবা পাৰি। |
| ঞ. | হ + ণ = হ্ণ , | ইয়াক হ্ণ ৰূপত ৰাখিব পাৰি। |
| ট. | হ + ব = হ্ব, | ইয়াক হ্ব ৰূপত ৰাখিব পাৰি। |
| ঠ. | হ + ল = হ্ল, | ইয়াক হ্ল ৰূপত ৰাখিব পাৰি। ■ |



# অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ ঃ কেইটিমান দিশ

**ড° সুবাসনা মহন্ত চৌধুৰী**
সহযোগী অধ্যাপিকা, অসমীয়া বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

**প্ৰস্তাৱনা ঃ**

ঘাইকৈ বিংশ শতিকাৰ অন্তিম দশকৰপৰা তথ্য প্ৰযুক্তিৰ প্ৰগতি তথা বিশ্বায়নৰ জৰিয়তে বিশ্বজীৱনত এক অভূতপূৰ্ব পৰিবৰ্তনৰ জোৱাৰ উঠে। বিশ্বজনীন ভাষাৰূপে ইংৰাজী ভাষাৰ অধিপত্য, ইণ্টাৰনেট প্ৰযুক্তিৰ বিকাশ, বহু মাধ্যম প্ৰযুক্তি কৌশলৰ ব্যৱহাৰ আদিয়ে ভাষাৰ ক্ষেত্ৰখনতো অভূতপূৰ্ব পৰিবৰ্তন সাধন কৰিছে। এনে পৰিবৰ্তনৰ প্ৰেক্ষাপটত ভাষাৰ পৰিৱেশ, সংকট, ভৱিষ্যত সম্পৰ্কীয় বিভিন্ন চিন্তা-চৰ্চাই ভাষাচিন্তকসকলৰ মনত বিভিন্ন প্ৰশ্নৰ উদ্ৰেক কৰিছে। অসমীয়া ভাষাৰ সম্পৰ্কতো এনে ধৰণৰ সময়োপযোগী চিন্তা-চৰ্চাৰ প্ৰয়োজনীয়তা আহি পৰিছে। একবিংশ শতিকাৰ বিশ্বায়ন প্ৰভাৱিত ভাষিক পৰিৱেশত অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ সম্পৰ্কত প্ৰাসংগিক কেইটিমান দিশ ইয়াত উত্থাপন কৰা হৈছে।

**১. অসমীয়া ভাষাৰ সংৰক্ষণ ঃ**

**১.১ পৰিৱেশ ভাষাবিজ্ঞানৰ দৃষ্টিৰে ঃ**

সাম্প্ৰতিক বিশ্বত বিশ্বায়নজনিত বিভিন্ন আৰ্থ-সামাজিক পৰিৱেশ-পৰিস্থিতিৰ প্ৰেক্ষাপটত বিভিন্ন কাৰণত সংকটাপন্ন তথা মৃত্যুমুখী হৈ পৰা ভাষাবোৰৰ সংৰক্ষণ আৰু পুনৰুদ্ধাৰৰ ক্ষেত্ৰত সচেতনতা, সজাগতা আৰু সক্ৰিয়তা দেখা গৈছে। প্ৰাকৃতিক ভাৰসাম্য ৰক্ষা, জৈৱ-বৈচিত্ৰ্যৰ সংৰক্ষণ আদিৰ উদ্দেশ্যে প্ৰতিষ্ঠিত পৰিৱেশ-বিজ্ঞানৰ

দৰেই ভাষিক বৈচিত্ৰ্যৰ সংৰক্ষণত গুৰুত্ব প্ৰদানেৰে 'পৰিৱেশ ভাষাবিজ্ঞান' (ecolinguistics) নামেৰে ভাষাবিজ্ঞানৰ এটা নতুন শাখাও সংস্থাপিত হৈছে। এনে দৃষ্টিভংগী অসমীয়া ভাষাৰ বিভিন্ন আঞ্চলিক, নৃ-গোষ্ঠীয় তথা সামাজিক শ্ৰেণীগত উপভাষাবোৰৰ বিভিন্ন ৰূপভেদ, লোকসাহিত্য, প্ৰচলিত লোকভাষাৰ ৰূপ আদিৰ পুনৰুদ্ধাৰ আৰু সংৰক্ষণৰ বাবে সুপৰিকল্পিত আঁচনিৰে সক্ৰিয় হোৱাৰ সময় আহিছে। তাত্ত্বিক ধাৰণাৰ আধাৰত এনে ধৰণৰ অধ্যয়নত 'অসম সাহিত্য সভা'ৰ 'কেন্দ্ৰীয় অসমতত্ত্ব গৱেষণা সংস্থান' এ গুৰুত্ব দিব লাগে।

১.২ **সমাজভাষাবৈজ্ঞানিক দৃষ্টিৰে ঃ**

ভাষাৰ সংৰক্ষণ সমাজভাষাবিজ্ঞানৰ এটা বিশেষ ধাৰণা (concept) । ভাষিক সম্পৰ্কৰ (language contact) ফলস্বৰূপে সৃষ্টি হোৱা ভাষিক সংঘৰ্ষ (language conflict) ৰ বাবে কোনো এটা ভাষাই আন এটা ভাষাৰ ওপৰত আধিপত্য বিস্তাৰ কৰি, অন্য ভাষাভাষী লোকক নিজৰ ভাষাৰ পৰিৱৰ্তে শক্তিশালী ভাষাটো গ্ৰহণ কৰিবলৈ হেঁচা দিলে আপেক্ষিকভাৱে দুৰ্বল ভাষা-সম্প্ৰদায়টোৱে নতুন ভাষা গ্ৰহণ কৰাৰ পৰিৱৰ্তে নিজৰ ভাষিক পৰম্পৰা অব্যাহত ৰাখিবলৈ বিচৰাকে 'ভাষা সংৰক্ষণ' (language maintenance) বুলি কোৱা হয়। বিশ্বায়নৰ ফলত বিশ্বজনীন ভাষা (Global language) ৰূপে আৱিৰ্ভূত ভাষাৰ প্ৰেক্ষাপটত তথা উত্তৰ-পূব ভাৰতৰ বহুভাষিক স্থিতিত সমাজভাষা বৈজ্ঞানিক (Sociolinguistic) দৃষ্টিভংগীৰেও অসমীয়া ভাষাৰ সংৰক্ষণ-সংবৰ্ধন-সম্প্ৰচাৰ সম্পৰ্কীয় বিষয়টোৰ অধ্যয়ন তথা গৱেষণাৰ প্ৰয়োজনীয়তা আছে। অসমৰ জনজাতীয় ভাষা-ভাষী সমাজত নিজ মাতৃভাষাৰ পোষণৰ লগতে দ্বিতীয় ভাষাৰূপে অথবা সংযোগী ভাষাৰূপে অসমীয়া ভাষাৰ বৰ্তমান স্থিতি আৰু ভৱিষ্যৎ সম্পৰ্কীয় বিভিন্ন দিশ এনে ধৰণৰ অধ্যয়নে সামৰি ল'ব।

১.৩ **সামাজিক-সাংস্কৃতিক দৃষ্টিভংগীৰে ঃ**

ইণ্টাৰনেট প্ৰযুক্তিৰ বিকাশ, বহুমাধ্যম প্ৰযুক্তি কৌশলৰ ব্যৱহাৰ, বিশ্বায়নৰ প্ৰভাৱজনিত নতুন ধ্যান-ধাৰণা আদি বিভিন্ন কাৰণত বিংশ শতিকাৰ অন্তিম দশকৰে পৰা ভাষাচিন্তাৰ ক্ষেত্ৰত যুগান্তৰৰ সূচনা হৈছে। পূৰ্বৰ বিশুদ্ধতাবাদী সংৰক্ষণশীল ধ্যান-ধাৰণাৰ পৰিৱৰ্তে সংৰক্ষণ-সংবৰ্ধনশীল মানসিকতা গঢ় লৈ উঠিছে। সামাজিক সাংস্কৃতিক দৃষ্টিভংগীৰে ভাষাৰ অধ্যয়নত গুৰুত্ব দিয়াৰ লগতে সাহিত্য আৰু ভাষাৰ অধ্যয়নক পৃথক ক্ষেত্ৰৰূপে গণ্য নকৰি পাৰস্পৰিক সম্পৰ্কিত অধ্যয়নৰ প্ৰতি ভাষাচিন্তকসকল আগ্ৰহী হৈ পৰিছে। এনে দৃষ্টিভংগীৰে অসমীয়া ভাষা-সাহিত্যৰ অধ্যয়ন, গৱেষণা আৰু গ্ৰন্থ প্ৰণয়নৰ সময় আহি পৰিছে। তদুপৰি আধুনিক তথ্য-প্ৰযুক্তিৰ ফলত হোৱা সামাজিক-সাংস্কৃতিক পৰিৱৰ্তনে অসমীয়া ভাষাৰ ক্ষেত্ৰত কেনে ধৰণৰ পৰিৱৰ্তন ঘটাইছে, সেই সম্পৰ্কীয় বিচাৰ বিশ্লেষণৰো প্ৰয়োজন আছে।

**২. অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন ঃ সমস্যা, অৱস্থা আৰু ব্যৱস্থা ঃ**

২.১ বিশ্বায়নৰ ফলত বিশ্বজনীন ভাষাৰূপে আবিৰ্ভূত ভাষাৰ আগ্ৰাসনৰ আশংকা, অসমীয়া



ভাষাৰ লিপি সম্পৰ্কীয় সমস্যা, আখৰ-জোঁটনি আৰু উচ্চাৰণৰ বিষমৰূপতাৰ সমস্যা, লিপ্যন্তৰণৰ সমস্যা, অসমীয়া ভাষাৰ তথ্য-প্ৰযুক্তিগত অনগ্ৰসৰতাৰ সমস্যা প্ৰভৃতি সমস্যাবোৰকেই আপাতদৃষ্টিত অসমীয়া ভাষাৰ প্ৰাথমিক সমস্যা যেন লাগে যদিও প্ৰকৃততে মাতৃভাষাৰ প্ৰতি আমাৰ আনুগত্যহীনতা, উদাসীনতা, জাতীয় চেতনাৰ অভাৱ আদি সমস্যাবোৰহে অসমীয়া ভাষাৰ সংৰক্ষণ-সংবৰ্ধনৰ মৌলিক সমস্যা। যুক্তাক্ষৰৰ জটিলতা, স্বৰবৰ্ণ আৰু স্বৰচিহ্নৰ ৰূপভেদ, আখৰ-জোঁটনি আৰু উচ্চাৰণৰ পাৰ্থক্য আদি ভাষাৰ গাঁথনিক সমস্যাবোৰেই অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন, সম্প্ৰচাৰৰ ক্ষেত্ৰত গুৰুতৰ সমস্যা নহয়। এই ক্ষেত্ৰত ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক, শৈক্ষিক, ঐতিহাসিক বিভিন্ন কাৰকৰ প্ৰভাৱ বিচাৰণীয়। ইংৰাজী ভাষাত যুক্তাক্ষৰৰ জটিলতা, স্বৰবৰ্ণ-স্বৰচিহ্নৰ ৰূপভেদ নাথাকিলেও বৰফলা (capital letter) সৰুফলা (small letter) ৰ ৰূপভেদৰ লগতে আখৰ-জোঁটনি আৰু উচ্চাৰণৰ ভিন্নতাই জটিলতাৰ সৃষ্টি কৰিছে। তৎসত্বেও ৰাজনৈতিক, অৰ্থনৈতিক, তথ্য-প্ৰযুক্তিগত বিভিন্ন ক্ষেত্ৰত কেইবাটাও শতিকা জোৰা ইতিহাসৰ ভেটিত ইংৰাজী ভাষাই বিশ্বজনীন আধিপত্য লাভ কৰিবলৈ সমৰ্থ হৈছে। সাম্প্ৰতিক বিশ্বৰ সৰ্বমুঠ জনসংখ্যাৰ এক চতুৰ্থাংশই প্ৰথম ভাষা, দ্বিতীয় ভাষা অথবা বিদেশী ভাষাৰূপে ইংৰাজী ভাষা ব্যৱহাৰ কৰে। পৃথিৱীৰ ১২,৫০০ টা আন্তৰ্জাতিক সংস্থাৰ ৮৫% তে কাৰ্যালয়ী ভাষাৰূপে আৰু ঘানা, নাইজেৰিয়া, ছিংগাপুৰ, ভাৰতবৰ্ষকে ধৰি ৯০ খন দেশত প্ৰশাসনীয় কাম-কাজত ইংৰাজী ভাষাৰ ব্যৱহাৰ হয়। বিভিন্ন দেশত উদ্ভাৱিত বিজ্ঞান আৰু তথ্য-প্ৰযুক্তিৰ ন-ন খবৰৰ পৰা বিভিন্ন দেশৰ বিভিন্ন ভাষাৰ সাহিত্যলৈকে অনুবাদৰ জৰিয়তে সামৰি লোৱা এই ভাষাটোৱে 'পুথিভঁৰালৰ ভাষা' (library language) ৰূপেও প্ৰতিষ্ঠা লাভ কৰিছে। এই প্ৰসংগত ড° কবীন ফুকনৰ এটি মন্তব্য উল্লেখযোগ্য "ইংৰাজী ভাষা-সাহিত্যৰ সমৃদ্ধি আৰু জগত খ্যাতিৰ পিছত আছিল ইংৰাজী জাতীয় ইতিহাসৰ সৰ্বমুখী আৰু দ্ৰুত বিকাশ আৰু ইংৰাজ সাম্ৰাজ্যবাদৰ অভূতপূৰ্ব শক্তি। এনে অনা-ভাষিক আৰু অনা-সাহিত্যিক কিছুমান ঐতিহাসিক কাৰণত ইংৰাজী ভাষা-সাহিত্যই জগত সভাৰ এখন ঘাই আসন দখল কৰিছিল।" ('অসমীয়া সাহিত্যৰ ভৱিষ্যৎ' শীৰ্ষক নিবন্ধ, 'সন্ধ্যালাপ, ২০০৯, পৃঃ ১৮) এই নিবন্ধৰে স্থানান্তৰত তেখেতে এই বুলিও কৈছে যে, "জাতি বা উপজাতিৰ বিশেষতঃ অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক আচৰণ কেনে প্ৰকৃতিৰ সেই কথাৰ ওপৰত জাতীয় বা উপজাতীয় ভাষা-সাহিত্যৰো ভৱিষ্যৎ নিতান্তই নিৰ্ভৰশীল,"। (পৃঃ ১৪)

২.২ উল্লিখিত প্ৰবন্ধটিত ড° ফুকনে বৰ্তমান অসমীয়া সমাজত অসমীয়া ভাষাৰ অৱস্থা আৰু তাৰ প্ৰতিবিধানৰ ব্যৱস্থা সম্পৰ্কেও বিচাৰ-বিশ্লেষণ কৰিছে। তেখেতে উপলব্ধি কৰিছে যে ভাষা শুদ্ধকৈ কোৱা আৰু লিখাৰ বিষয়ত এটা হেমাহি আনকি তথাকথিত শিক্ষিত মানুহৰ মাজতো দিনক দিনে বাঢ়ি আহিছে। উদাহৰণস্বৰূপে ক'ব পাৰি যে বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ ছাত্ৰ একতা সভাবোৰৰ জাননী, গোহাৰি আদিত

অসমীয়া ভাষাৰ অশুদ্ধ ব্যৱহাৰ দেখি তভক মানিব লাগে। ছপা আখৰৰ জোঁটনিত বাৰপাচি ভুল থাকিলেও লিখক, পঢ়ুৱৈ, সম্পাদক কোনেও কেৰেপ নকৰা অৱস্থা। তদুপৰি অসমীয়া মাধ্যমৰ বিদ্যালয়বোৰে ইংৰাজী মাধ্যমৰ বিদ্যালয়ৰ লগত ফেৰ মাৰিব নোৱৰা হোৱাটোৱেও অসমীয়া সম্ভ্ৰান্ত লোকৰ মাজত নিজৰ ভাষা-সাহিত্যৰ প্ৰতি থকা উদাসীন বা নিৰ্বিকাৰ মনোবৃত্তিৰ কথাকে সূচায়। তেখেতে এই অৱস্থাৰ প্ৰতিবিধান আগবঢ়াইছে এনেদৰে — (১) অসমীয়া ভাষাৰ অশুদ্ধ ব্যৱহাৰ আপোনাৰ প্ৰতি, জাতিৰ প্ৰতি অসন্মান বুলি বিবেচিত হ'বলৈ আৰম্ভ হ'ব লাগিব। শুধৰাই দিব পৰা আৰু শুধৰাই দিবলৈ ইচ্ছুক মানুহৰ সংখ্যা বাঢ়িব লাগিব। (২) লিখিত আখৰে ছপাশাল পোৱাৰ আগতে সম্পাদনাৰ চালনীয়েদি সৰকি যোৱাৰ ব্যৱস্থা হ'ব লাগিব। (৩) অসমীয়া মাধ্যমৰ বিদ্যালয়বোৰ আকৰ্ষণীয় হৈ পৰিব লাগিব আৰু সেইবোৰত শুদ্ধ অসমীয়া শিক্ষাদান কৰিব পৰা মানুহক গঢ়ি উলিয়াব লাগিব মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়বোৰে। (৪) ইয়াৰ উপৰি উচ্চতম স্তৰত অসমীয়া ভাষা সম্পৰ্কে ধাৰাবাহিকভাৱে চলি থাকিব লাগিব বিজ্ঞানসন্মত গৱেষণা।

২.৩ ওপৰৰ আলোচনাৰ ভিত্তিত ক'ব পাৰি যে, অসমীয়া ভাষাটো ভাষাবৈজ্ঞানিক সমস্যাৰ লগতে মনোবৈজ্ঞানিক সমস্যাৰেও আক্ৰান্ত। জনসংখ্যাগত আৰু স্থানগত পৰিব্যাপ্তি, বাণিজ্যিক স্থিতি, ঔদ্যোগিক স্থিতি, বৈজ্ঞানিক স্থিতি, সাংস্কৃতিক স্থিতি, ৰাজনৈতিক স্থিতি, সাক্ষৰতাৰ হাৰ আদি বিভিন্ন কাৰকসমূহে এখন সমাজত এটা ভাষাৰ গুৰুত্ব নিৰ্ধাৰণত বিশেষ ভূমিকা গ্ৰহণ কৰে। অসমীয়া ভাষাৰ অৱস্থা-ব্যৱস্থা নিৰূপণৰ ক্ষেত্ৰতো এই দিশবোৰত বিচাৰ-বিশ্লেষণৰ প্ৰয়োজন।

**৩. অসমীয়া ভাষাৰ সংৰক্ষণ-সংবৰ্ধন আৰু ভাষা-পৰিকল্পনা ঃ**

৩.১ ভাষা-পৰিকল্পনা (language planning) ভাষা সমস্যা, ভাষা-পৰিস্থিতিৰ লগত সম্পৰ্কিত এক গুৰুত্বপূৰ্ণ বিষয়। ভাষা সমস্যা সমাধানৰ সচেতন প্ৰয়াসকে ভাষা-পৰিকল্পনা বুলি কোৱা হয়। কোনো এটা ভাষাৰ ৰীতিগত, উপভাষাগত, ব্যাকৰণগত, উচ্চাৰণগত বিভিন্ন ৰূপভেদৰ মাজত বিকল্প নিৰ্বাচন অথবা ব্যৱহাৰিক ক্ষেত্ৰত একাধিক প্ৰচলিত ভাষাৰ মাজৰ পৰা এটা ভাষাৰ নিৰ্বাচন আদি বিষয়সমূহ ভাষা-পৰিকল্পনাৰ ভিতৰুৱা। ভাষা-পৰিকল্পনাই ভাষা-সমস্যাৰ বিভিন্ন কাৰণবোৰ বিচাৰ-বিশ্লেষণৰ জৰিয়তে ভাষাৰ পশ্চাৎগমন অনুধাৱন কৰি এই সমস্যাবোৰৰ সমাধানৰ পথ মুকলি কৰে। ভাষা-পৰিকল্পনা হ'ল সুচিন্তিত ভাষা-পৰিৱৰ্তন পদ্ধতি। এই পদ্ধতিৰে ভাষিক আচৰণসমূহ সু-সংবদ্ধ কৰি ভাষা-প্ৰয়োগৰ প্ৰণালী আৰু প্ৰয়োগ-বিধি নিৰ্ধাৰণ কৰা হয়। ভাষা-পৰিকল্পনা দুটা ভাগত বিভক্ত ঃ অংগ পৰিকল্পনা (corpus planning) আৰু মৰ্যাদা পৰিকল্পনা (status planning)। অংগ পৰিকল্পনাৰ অৰ্থ হ'ল ভাষাৰ মান্যায়ন (standardization), নতুন শব্দ বা পৰিভাষাৰ উদ্ভাৱন, আখৰ-জোঁটনিৰ সংস্কাৰ সাধন বা নিৰ্দিষ্ট ৰূপ নিৰূপণ, ভাষাৰ ৰূপতত্ত্বৰ সমৰূপতা সৃষ্টি, নতুন লিপিৰ অভিযোজনা ইত্যাদি। ভাষা-পৰিকল্পনাৰ দ্বিতীয়টো ভাগ ঘাইকৈ চৰকাৰী



ভাষা-নীতিৰ (language policy) লগত জড়িত। চৰকাৰী কাম-কাজৰ ভাষাৰূপে, আইন-আদালতৰ ভাষাৰূপে কোনটো ভাষাক চৰকাৰী ভাষাৰ মৰ্যাদা দিব আৰু চৰকাৰী ভাষা কাৰ্যকৰীকৰণৰ ক্ষেত্ৰত কেনেধৰণৰ ব্যৱস্থা গ্ৰহণ কৰিব ইত্যাদি বিষয়সমূহ এইটো ভাগৰ অন্তৰ্ভুক্ত। ভাষা-পৰিকল্পনাৰ দুয়োটা ভাগেই সামগ্ৰিকভাৱে ভাষা এটাৰ লিখন-কথনত শৃংখলা অনাৰ ক্ষেত্ৰত আৰু ভাষা এটাৰ সংৰক্ষণ-সংবৰ্ধনত বিশেষ ভূমিকা ল'ব পাৰে।

৩.২ ভাষা-পৰিকল্পনা সমাজ-ভাষাবিজ্ঞানৰ এক গুৰুত্বপূৰ্ণ প্ৰায়োগিক শাখাৰূপে প্ৰতিষ্ঠিত। সমাজ-ভাষাবিজ্ঞানৰ লগত জড়িত বিভিন্ন ব্যক্তিয়ে ভাষা-পৰিকল্পনাৰ ব্যাখ্যা বিভিন্ন ধৰণেৰে আগবঢ়াইছে। কোনো কোনোৱে ভাষা-পৰিকল্পনাৰ ক্ষেত্ৰত ৰাজনৈতিক-প্ৰশাসনিক কাৰ্য-কলাপ আৰু ৰাজনৈতিক কৰ্তৃত্বক গুৰুত্ব দিছে; কোনোৱে ভাষা-পৰিকল্পনাক চৰকাৰৰ ভাষা-নীতিৰ অৰ্থত গ্ৰহণ কৰিছে। জে.এ. ফিচমেনে "ভাষা-পৰিকল্পনা ভাষা-সমস্যা সমাধানৰ বাবে সংঘবদ্ধ প্ৰয়াস" বুলি কৈছে, কিন্তু কাৰ সংঘবদ্ধ প্ৰয়াস স্পষ্টভাৱে কোৱা নাই। বি. উৱেইনষ্টেইনে ভাষা-পৰিকল্পনাৰ ক্ষেত্ৰত ব্যক্তি বা প্ৰতিষ্ঠানতকৈ চৰকাৰৰ কৰ্তৃত্ব অধিক বুলি চৰকাৰৰ ভূমিকাক গুৰুত্ব দিছে। অৱশ্যে এই কথা সম্পূৰ্ণৰূপে গ্ৰহণযোগ্য নহয়। খ্ৰীষ্টপূৰ্ব পঞ্চম শতিকাতে ভাৰতবৰ্ষত পাণিনিয়ে সংস্কৃত ভাষাৰ প্ৰতিষ্ঠাৰ জৰিয়তে ব্যক্তিগত প্ৰচেষ্টাত ভাষা-পৰিকল্পনাৰ সাৰ্থক নিদৰ্শন ৰাখি থৈ গৈছে।

**৩.৩ ভাষা-পৰিকল্পনাৰ ক্ষেত্ৰত তিনি ধৰণৰ নীতিৰ কথা কোৱা হয়—**

**(১) চৰকাৰী ভাষা-নীতি ঃ** কোনো এক চৰকাৰে কি কি ভাষা কি কি উদ্দেশ্যত ব্যৱহাৰ কৰিব সেই সম্পৰ্কীয় নীতি।

**(২) শিক্ষা সম্পৰ্কীয় ভাষা-নীতি ঃ** শিক্ষাৰ মাধ্যম হিচাবে কি কি ভাষা শিক্ষাৰ কোন কেইটা স্তৰত কেনেদৰে ব্যৱহাৰ কৰিব সেই সম্পৰ্কীয় নীতি।

**(৩) সাধাৰণ ভাষা-নীতি ঃ** ব্যৱসায়-বাণিজ্য, গণ-সংযোগ আদিৰ ক্ষেত্ৰত, বিদেশীৰ লগত যোগাযোগৰ ক্ষেত্ৰত কি কি ভাষাৰ কেনেদৰে ব্যৱহাৰ হ'ব, সেই সম্পৰ্কত চৰকাৰী-বেচৰকাৰী অনুমোদনৰ লগত সাধাৰণ ভাষা-নীতি জড়িত।

ভাষা -পৰিকল্পনাৰ এই তিনিধৰণৰ নীতিৰ লগত জড়িত হৈ থকা বিভিন্ন দিশসমূহ হৈছে— (১) মান্যভাষাৰূপে নিৰ্ধাৰিত ভাষাটোৰ অৰ্হতাৰ নিৰ্বাচন (selection of norm), অৰ্থাৎ কোন অঞ্চলৰ ভাষা গ্ৰহণ কৰিব আৰু কি ভিত্তিত কিয় গ্ৰহণ কৰিব। (২) লিপি, লিপ্যন্তৰ, ব্যাকৰণগত ৰূপ প্ৰভৃতিৰ নিৰ্বাচনৰ নীতি নিৰ্দ্ধাৰণ (codification of form)। (৩) নিৰ্দিষ্ট ৰূপ নিৰ্ধাৰণৰ পাছত চৰকাৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ স্বীকৃতি আৰু প্ৰয়োগৰ কাৰ্যকৰীকৰণ, তথা প্ৰয়োগৰ প্ৰসাৰণ ইত্যাদি।

৩.৪ অসমীয়া ভাষাৰ ভাষা-পৰিকল্পনাৰ অংগ পৰিকল্পনা (corpus planning) ৰ ক্ষেত্ৰত ঘাইকৈ আগভাগ ল'ব লাগিব বিশ্ববিদ্যালয়ৰ দৰে উচ্চশিক্ষাৰ অনুষ্ঠান আৰু অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে। এনে কৰোঁতে বিষয় বিশেষজ্ঞসকলৰ সহযোগত তাত্ত্বিক-ব্যৱহাৰিক উভয় দিশৰে বিচাৰ-বিশ্লেষণৰ জৰিয়তে নিৰ্বাচনৰ নীতি নিৰ্ধাৰণ কৰিব লাগিব।

ভাষা-পৰিকল্পনাৰ দ্বিতীয়টো ভাগ মৰ্যাদা পৰিকল্পনা (status planning)ৰ ক্ষেত্ৰত অসম চৰকাৰে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিব লাগিব। প্ৰকৃতপক্ষে ভাষা-পৰিকল্পনাৰ উল্লিখিত তিনি ধৰণৰ নীতিৰ ক্ষেত্ৰতে চৰকাৰৰ ভূমিকা অগ্ৰগণ্য। কিন্তু ,বাস্তৱ ক্ষেত্ৰত চৰকাৰে আশানুৰূপ ভূমিকা গ্ৰহণ কৰা নাই। সেয়েহে বিভিন্ন ক্ষেত্ৰৰ ভাষা-নীতিৰ কাৰ্যকৰীকৰণৰ বাবে চৰকাৰক প্ৰেৰিত কৰিবলৈ বিভিন্ন ধৰণেৰে হেঁচা প্ৰয়োগ কৰিব লাগিব, জন-জাগৰণ হ'ব লাগিব। বিভিন্ন শ্ৰেণীৰ লোকৰ মাজত সচেতনতা-সজাগতা সৃষ্টিৰ বাবে চৰকাৰী-বেচৰকাৰী বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান, সংস্থা আদিয়ে সক্ৰিয় ভূমিকা গ্ৰহণ কৰি অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধনৰ এক অনুকূল পৰিৱেশ সৃষ্টি কৰিব পাৰে।

৪. **সামৰণি ঃ** অসমীয়া ভাষাৰ সংৰক্ষণ-সংবৰ্ধন আৰু সম্প্ৰচাৰৰ সঁচাৰ কাঠী হৈছে ন্যস্ত-স্বাৰ্থ ত্যাগ কৰি, নিজৰ ভাষাৰ প্ৰতি অৱজ্ঞাসূচক মনোভাৱৰ পৰিৱৰ্তে শ্ৰদ্ধাশীল মনোভাব গ্ৰহণ। ভাষাটোৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰৰ ক্ষেত্ৰত দেখা দিয়া আৰু হ'ব পৰা সম্ভাব্য সমস্যাসমূহ বিচাৰ কৰি সেই সমস্যাসমূহ দুৰীকৰণৰ বাবে কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিব লাগিব। বৰ্তমানৰ জ্ঞান-সমাজত (knowledge society) বিভিন্ন বিষয়-ক্ষেত্ৰত অসমীয়া ভাষাৰ মাধ্যমত বিভিন্ন বিষয়ৰ জ্ঞান সংবৰ্ধনৰ প্ৰচেষ্টা নিঃসন্দেহেই গুৰুত্বপূৰ্ণ। অসমীয়া ভাষাই উচ্চ সংস্কৃতিমূলক আধুনিক ভাষা এটাৰ বাবে প্ৰয়োজনীয় গুণসমূহ সৰ্বতোপ্ৰকাৰে আয়ত্ত কৰিব লাগিব। তাত্ত্বিক আধাৰত ব্যাকৰণ, অভিধান, বিভিন্ন বিষয়-ক্ষেত্ৰত পৰিভাষাকোষৰ প্ৰণয়ন, সমাজবিজ্ঞান, প্ৰযুক্তিবিজ্ঞান, দৰ্শন আদি বিভিন্ন বিষয়ক্ষেত্ৰত গ্ৰন্থৰ প্ৰণয়ন, অন্য ভাষাৰ পৰা অনুবাদ; উচ্চ শিক্ষাৰ পৰ্যায়লৈকে বিভিন্ন বিষয়ৰ পাঠ্যপুথি প্ৰণয়ন আদিত গুৰুত্ব দিলেহে অসমীয়া ভাষাই সময়ৰ লগত খোজ মিলোৱা আধুনিক ভাষা এটাৰ বাবে প্ৰয়োজনীয় গুণসমূহৰ অধিকাৰী হ'ব পাৰিব। একবিংশ শতিকাৰ তথ্য-প্ৰযুক্তিৰ অসমীয়া ভাষাৰ সংৰক্ষণ-সংবৰ্ধন-সম্প্ৰচাৰৰ বাবে তথ্য-প্ৰযুক্তিগত সুবিধাসমূহো গ্ৰহণ কৰিব লাগে। এই ক্ষেত্ৰত নিম্নলিখিত দিশসমূহত গুৰুত্ব দিব লাগে— সকলো 'অপাৰেটিং চিষ্টেম'ৰ ব্যৱহাৰোপযোগী উন্নত চফ্‌টৱেৰৰ বিকাশ আৰু ইণ্টাৰনেটত অন্তৰ্ভুক্তিৰ বাবে 'ইউনিক'ড এনক'ডিঙ'ৰ ব্যৱস্থা গ্ৰহণ; লেখন-মুদ্ৰণৰ বাবে সুচল আৰু অজটিল কী-ব'ৰ্ডৰ ব্যৱস্থাকৰণ; ইণ্টাৰনেটযোগে অসমীয়া ভাষা শিক্ষাৰ ব্যৱস্থা গ্ৰহণ; বৈদ্যুতিন মাধ্যমত বিভিন্ন সাহিত্যৰ প্ৰচাৰৰ বাবে বৈদ্যুতিন গ্ৰন্থ (E-Book), বৈদ্যুতিন আলোচনী (E-Journal), বৈদ্যুতিন অভিধান (E-Dictionary) আদিৰ প্ৰস্তুতি আৰু সম্প্ৰচাৰ। উল্লিখিত ব্যৱস্থাসমূহৰ জৰিয়তে দেশৰ ভিতৰে-বাহিৰে অসমীয়া ভাষাৰ সংবৰ্ধন আৰু সম্প্ৰচাৰত ক্ষেত্ৰত সফলতা প্ৰাপ্তিৰ আশা কৰিব পাৰি। তদুপৰি ৰাজ্যখনৰ ভিতৰতে অসমীয়া ভাষাটোৰ সংৰক্ষণ-সম্প্ৰচাৰৰ অৰ্থে এই কেইটা দিশত গুৰুত্ব দিব লাগে — (১) পঢ়াশলীয়া স্তৰৰে পৰা শুদ্ধৰূপত অসমীয়া ভাষাৰ জনপ্ৰিয়কৰণৰ বাবে বিভিন্ন ধৰণৰ ব্যৱস্থা গ্ৰহণ (২) অনা-অসমীয়াভাষী লোকসকলৰ বাবে দ্বিতীয় ভাষাৰূপে শিক্ষণৰ বাবে অসমীয়া ভাষাৰ পাঠ্যপুথিৰ প্ৰস্তুতকৰণ। "স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ মংগল-মন্দিৰৰ সিংহ দুৱাৰ হৈছে



মাতৃভাষা"— এই মন্ত্ৰেৰে দীক্ষিত হৈ আমি ব্যক্তিগতভাৱেই হওক বা আনুষ্ঠানিকভাৱেই হওক অসমীয়া ভাষাৰ সংৰক্ষণ-সংবৰ্ধন আৰু সম্প্ৰচাৰত ব্ৰতী হওঁ আহক।■

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১. মৃণাল নাথ ঃ 'ভাষা ও সমাজ', ১৯৯৯, নয়া উদ্যোগ, কলিকাতা।

২. R.A. Hudson ঃ 'Sociolinguistics' (second edition) 2001, Cambridge University Press

৩. Eluin Fill (ed.) ঃ 'The Ecolinguistics Reader', 2001 Continumm, London and New York.

৪. David Crystal ঃ 'The Language Revolution', 2004 Polity Ltd. Cambridge.

# অসমীয়া লিপি ঃ সমস্যা আৰু সমাধান

**ড° দেৱব্ৰত শৰ্মা**
মুখ্য সম্পাদক
অসমীয়া জাতীয় অভিধান

**অভিনন্দন, অসম সাহিত্য সভা!**

মই মোৰ বক্তব্যৰ আৰম্ভনিতে অসম সাহিত্য সভাৰ এই প্ৰচেষ্টাক অভিনন্দন জনাবই লাগিব। কাৰণ, সভাই ষাঠিৰ দশকৰ মাজভাগত প্ৰথমবাৰ, ১৯৭৮ চনত দ্বিতীয়বাৰ, ১৯৯৯ চনত তৃতীয়বাৰ, আৰু আজি ২০১১ চনত চতুৰ্থবাৰ এনে ধৰণৰ আলোচনা চক্ৰ আয়োজন কৰিছে। ১৯৯৯ চনত অনুষ্ঠিত সভাৰ 'সাম্প্ৰতিক অসমীয়া ভাষা ঃ সমস্যা আৰু সমাধান' শীৰ্ষক আলোচনাচক্ৰৰ এযুগ পাচত অনুষ্ঠিত আজিৰ 'অসমীয়া ভাষা ঃ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ' শীৰ্ষক জাতীয় আলোচনাচক্ৰ আৰু কৰ্মশালাই বোধহয় উক্ত চাৰিওটা প্ৰচেষ্টাৰ ভিতৰত সৰ্ববৃহৎ। আমি ইয়াৰ সফলতা কামনা কৰোঁ আৰু ভিন ভিন দৃষ্টিভংগীসম্পন্ন লোকক একেখন মঞ্চতে সমাবেশিত কৰোৱা বাবে ওলগ জনাওঁ।

**কিন্তু আবেগৰ বিপৰীতে প্ৰয়োজন সতৰ্কতাৰ**

কিন্তু সেইবুলি আমি আবেগিক হৈ পৰাৰ কোনো কাৰণ নাই। এই আলোচনাচক্ৰ তথা কৰ্মশালাৰ সমুখতো আছে বহু প্ৰত্যাহ্বান। উদাহৰণস্বৰূপে এই আলোচনাচক্ৰ আৰু



কৰ্মশালাৰ সফলতাৰ পূৰ্বচৰ্ত নিহিত আছে ১৯৬৪-৬৫, তাৰ প্ৰায় এযুগ পাচত১৯৭৮, তাৰ ২১ বছৰ পাছত ১৯৯৯ চনত অনুষ্ঠিত পূৰ্বৰ তিনিটা প্ৰচেষ্টাৰ বিফলতাৰ কাৰণ বিশ্লেষণ। সেই বিশ্লেষণে আমাক লৈ যাব এক উপলব্ধিলৈ ঃ সেয়া হৈছে এক সুদূৰপ্ৰসাৰী আৰু দীৰ্ঘম্যাদী পৰিকল্পনা অবিহনে, উদাৰ গণতান্ত্ৰিক প্ৰক্ৰিয়াৰে সৰ্বসন্মত মত গঢ়ি তোলাৰ ধৈৰ্যশীল আৰু নিৰৱচ্ছিন্ন প্ৰয়াস অবিহনে এনে প্ৰচেষ্টাৰ সফলতা সহজ নহয়। সেয়েহে আজিৰ এই আলোচনা-চক্ৰ তথা কৰ্মশালাৰ কৰ্ম-পদ্ধতি সম্পৰ্কে উদ্যোক্তাসকলৰ পৰা বাৰম্বাৰ জানিব বিচৰাৰ পাচতো আমি যে স্পষ্ট হ'ব পৰা নাই সেইকথা মই আজিৰ কাৰ্যবিৱৰণিত লিপিবদ্ধ কৰাব বিচাৰিছোঁ। পাঁচখন আলোচনা-চক্ৰ আৰু চাৰিখন কৰ্মশালাৰ সিদ্ধান্তসমূহ কেনেকৈ লোৱা হ'ব, একেটা বিষয়তে ভিন ভিন সত্ৰত ভিন ভিন মত হ'লে তাৰ কেনেকৈ নিষ্পত্তি কৰা হ'ব, তাৰ কোনো ইংগিত নিমন্ত্ৰণী পত্ৰত নাছিল। সেয়েহে এখন সত্ৰত কোনো সিদ্ধান্ত বা ঐকমত্যত উপনীত হোৱাৰ পাছত আন এখন সত্ৰত তাৰ বিপৰীত মত হ'লে কি কৰা হ'ব, কোনো এখন বিশেষ সত্ৰত কেইজনমান মানুহৰ মাজত মত পাৰ্থক্য হ'লে সেইটো সংখ্যাগৰিষ্ঠ-সংখ্যালঘিষ্ঠৰ ভিত্তিত নিষ্পত্তি কৰা হ'ব, নে ভৱিষ্যতে ঐকমত্য গঢ়াৰ বাবে অপেক্ষা কৰা হ'ব, এই সম্পৰ্কে উদ্যোক্তাসকলে আৰম্ভণিতেই স্পষ্ট কৰি দিয়া প্ৰয়োজন। নহ'লে একাংশৰ মত আনসকলৰ ওপৰত জাপি দিয়াৰ আশংকা থাকি যায়।

এই আশংকাৰ এক ইতিহাস আছে। ভাষিক উগ্ৰজাতীয়তাবাদ, এক সংস্কৃতসৰ্বস্ব মনোভাৱ আৰু সংস্কৃত-ভিন্ন আন ভাষাবোৰক হেয় প্ৰতিপন্ন কৰি অহাৰ পৰিপ্ৰেক্ষিতত প্ৰাচীনপন্থী ধ্যান-ধাৰণাই নতুন চিন্তা-চৰ্চাক অৱদমন কৰাৰ ঘটনা ইতিহাসত খুবেই সুলভ। অসম সাহিত্য সভাৰ এই জাতীয় আলোচনা-চক্ৰ আৰু কৰ্মশালাত যাতে ঐকমত্য প্ৰতিষ্ঠা আৰু সিদ্ধান্ত গ্ৰহণৰ তাড়নাত আমি কাৰো মতামতক অৱদমন কৰাৰ পুৰণি পথটো নলওঁ, তাৰ বাবে আমি সংশ্লিষ্ট সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছোঁ। কাৰণ, উদাৰতা এক বাহ্যিক অলংকাৰ নহয়, ই এক আন্তৰিক বিশ্বাস। আশাকৰোঁ অসম সাহিত্য সভাৰ নতুন নেতৃত্বই কেৱল কথাৰে নহয়, কামে-কাজে তেনে উদাৰতাৰ পৰিচয় দিব।

**লিপিৰ সমস্যা মানে কি?**

অসম সাহিত্য সভাই আমাক আলোচনা কৰিবলৈ দিয়া অসমীয়া লিপিৰ সমস্যা মানে কি বুজাব বিচাৰিছে সেয়া স্পষ্ট নহ'ল। এটা দিন আছিল, যেতিয়া ড° বাণীকান্ত কাকতিৰ দৰে লোকে অসমীয়া ভাষাৰ বাবে ৰোমান লিপিৰ প্ৰস্তাৱ কৰিছিল (দ্ৰষ্টব্য হোমেন বৰগোহাঞি ঃ অসমীয়া জাতীয় অভিধান ঃ **আমাৰ অসম**,১০-৩-২০১০)। এটা সময় আছিল যেতিয়া অসম সাহিত্য সভাৰ সভাপতি অতুল চন্দ্ৰ হাজৰিকাৰ দৰে লোকে অসমীয়া ভাষাৰ বাবে দেৱনাগৰী লিপিৰ বিৰোধিতা কৰি সভাৰ ১৯৫৮ চনৰ তিনিচুকীয়া অধিবেশনত বক্তব্য আগবঢ়াব লগা হৈছিল। কিন্তু আজি আৰু সেই দিন নাই। বৰ্তমান অসমীয়া লিপিৰ প্ৰতি কোনো বাহিৰৰ ভাবুকিও নাই। তেনেহ'লে অসম সাহিত্য সভাই অসমীয়া লিপিৰ

সমস্যাৰ কথা উত্থাপন কৰিছে কিয়? সেই সমস্যা আৰু তাৰ সমাধানৰ বাবে এখন আলোচনাচক্ৰ আৰু এখন কৰ্মশালা উছৰ্গা কৰিছে কিয়? তাৰ অৰ্থ হ'ল সভাৰ দৃষ্টিত অসমীয়া লিপিকলৈ গুৰুতৰ, জটিল সমস্যা আছে; আৰু সেই সমস্যা ইমানেই গুৰুতৰ যে পাঁচদিনীয়া জাতীয় অনুষ্ঠানৰ প্ৰথমৰ দিনটোৱেই সেই সমস্যাৰ সমাধানতে উছৰ্গিত হ'ব।

আমি উপকৃত হ'লোহেঁতেন যদি সভাৰ দৃষ্টিত অসমীয়া লিপিক লৈ হোৱা গুৰুতৰ সমস্যাবোৰৰ কিবা ইংগিত আমি নিমন্ত্ৰণী পত্ৰখনতে পালোহেঁতেন। তেনে ইংগিতৰ অনুপস্থিতিত আমি আমাৰ দৃষ্টিত পৰা অসমীয়া লিপিৰ সমস্যাবোৰৰ এনেকৈ তালিকাভুক্ত কৰিছোঁ ঃ

১। সংস্কৃতৰ আৰ্হিত অসমীয়া ভাষাৰ বৰ্ণমালা যুগুতোৱাৰ ফলত উদ্ভুত আখৰ-জোঁটনিৰ সমস্যা।

২। শত-শত যুক্তাক্ষৰৰ পৰা উদ্ভুত সমস্যা, আৰু

৩। পৰস্পৰবিৰোধী লিপ্যন্তৰ পদ্ধতিৰ ফলত সৃষ্ট সমস্যা ইত্যাদি।

এতিয়া আমি উক্ত সমস্যাসমূহৰ বিষয়ে এটা এটাকৈ আলোচনা কৰিব বিচাৰিছোঁ।

### (১) সংস্কৃত লিপি ভিত্তিক বৰ্ণমালাৰ পৰা উদ্ভুত সমস্যা ঃ

অসমীয়া ভাষাত সংস্কৃত (দেৱনাগৰী) লিপিভিত্তিক বৰ্ণমালাৰ পৰা উদ্ভুত সমস্যাৰ সম্পৰ্কে সচেতন হৈয়েই অসমীয়া আভিধানিক জাদুৰাম ডেকা বৰুৱা, সাহিত্যিক সত্যেন বৰকটকী, ভাষাচাৰ্য ড° গোলোক চন্দ্ৰ গোস্বামী, ভাষাবিদ ড° ভগৱান মৰল আদিয়ে এখন উচ্চাৰণভিত্তিক বৰ্ণমালা প্ৰসূত লিপিৰ পোষকতা কৰি আহিছে। তলত আমি তাৰ আঁৰৰ ইতিহাসৰে সন্ধান কৰিছোঁহক ঃ

### হেম সৰস্বতীৰ প্ৰহ্লাদ চৰিতৰ আখৰ জোঁটনি ঃ

দ্বাদশ-ত্ৰয়োদশ শতিকাতে ৰচিত হেম সৰস্বতীৰ প্ৰহ্লাদ চৰিতত এনে ধৰণৰ বানান আছিল ঃ

"সুক্ৰে উপদেষ জেবে দেই প্ৰহ্লাদক।
অসুৰৰ শাস্ত্ৰ বামনয় বোলে জাক।।
হেন সুনি প্ৰহ্লাদে সুমৰে হৰি হৰি।
বামনয় সাস্ত্ৰ গুৰু পঢ়োঁ কেনকৰি।"

(১) 'প্ৰহ্লাদ চৰিত' সম্পাদনা কৰা অসম সাহিত্য সভাৰ অন্যতম সভাপতি তথা বৈয়াকৰণ কালিৰাম মেধিয়ে দেখুৱাইছে যে হেম সৰস্বতীৰ লেখাত শ সত পৰিণত হৈছে, যেনে শৰণ > সৰন, শুক্ৰ > সুক্ৰ, শাস্ত্ৰ > সাস্ত্ৰ, শুনি > সুনি।

(২) ণ > নত পৰিণত হৈছে; যেনে শৰণ > সৰন।

(৩) ট > তত পৰিণত হৈছে; যেনে ইটো > ইতো।

(৪) য > জত পৰিণত হৈছে; যেনে তযু > তজু, যোজন > জোজন।

(৫) ঊ কাৰ > উ কাৰত পৰিণত হৈছে; যেনে সূচী > সুচি।



(৬) ঈ কাৰ > ই কাৰত পৰিণত হৈছে; যেনে সূচী > সুচি।

উল্লেখযোগ্য যে উক্ত ছয়োটা নীতিয়েই সৰল বানানৰ আধাৰ। সৰল বানান এক উদ্ভট কল্পনা নহয়। বৰং ইয়াৰ আছে এক সুদীৰ্ঘ ঐতিহাসিক পটভূমি, কমেও আঠ শতিকা বিয়পা এক সুলিখিত পৰম্পৰা। এয়াও মনত ৰখা প্ৰয়োজন যে হেম সৰস্বতীৰ সময়ত ই এক প্ৰান্তিক ধাৰা নাছিল, বৰং সিয়েই আছিল প্ৰধান ধাৰা। সেয়েহে সৰল বানানৰ বিপক্ষে অনৈতিহাসিকতাৰ অভিযোগ ঢোপত নিটিকে। এক শতিকা পুৰণি 'হেমকোষ' যেনেকৈ ইতিহাস, আঠ শতিকা পুৰণি হেম সৰস্বতীও তেনেকৈ ইতিহাস, বৰং ক'ব পাৰি আৰু দীৰ্ঘতৰ, আৰু সুমহান আৰু অবিস্মৰণীয় ইতিহাস।

### মাধৱ কন্দলিৰ ৰামায়ণৰ আখৰ জোঁটনি ঃ

'পূৰ্ব কবি অপ্ৰমাদী' বুলি শংকৰদেৱে উল্লেখ কৰা প্ৰাক-শংকৰ যুগৰ কবি মাধৱ কন্দলিৰ ৰামায়ণৰ আখৰ-জোঁটনিতো এক স্বাভাৱিক সৰলতা বিৰাজ কৰিছিল। কবিজনা ঈ, ঊ, ট, ঠ, ড, ঢ, ণ, শ, ষ সম্পৰ্কে নিশ্চয় অৱগত আছিল বা সেইবোৰৰ ব্যৱহাৰো নকৰাকৈ নাছিল। কিন্তু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাঃ মুৰব্বী তথা প্ৰাধ্যাপিকা ড° লীলাৱতী শইকীয়াই কৰা বিশ্লেষণৰ মাজেদি চতুৰ্দশ শতিকাৰ সেই ৰামায়ণৰ আখৰ-জোঁটনিৰ কেতবোৰ চৰিত্ৰ এনেদৰে ফুটি উঠিছে ঃ

"মন কৰিবলগীয়া যে ঈ আৰু ঔ স্বৰৰ মুখ্য ৰূপৰ (primary form) পৃথক ব্যৱহাৰ দেখা নাযায়। কিন্তু গৌণ ৰূপৰ (secondary form) অৰ্থাৎ ী কাৰ আৰু ৌ কাৰ চিহ্নৰ ব্যাপক প্ৰয়োগ আছে। ...দীৰ্ঘ 'ঊ' স্বৰৰ মুখ্য ৰূপৰ পৃথক ব্যৱহাৰ একেবাৰে নাই। ...ইয়াৰ বাহিৰে দীৰ্ঘ ঊ কাৰ যুক্ত সকলো শব্দত হ্ৰস্ব উ-কাৰ (ু) চিহ্নহে প্ৰয়োগ হৈছে। এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে প্ৰায় সকলো প্ৰাচীন পুথিতে ঊ স্বৰৰ ব্যৱহাৰ অত্যন্ত কম। ...কন্দলি ৰামায়ণত হ্ৰস্ব-দীৰ্ঘ দুয়োবিধ স্বৰ ধ্বনিৰে ব্যৱহাৰ আছে যদিও আধুনিক অসমীয়াৰ দৰে এই স্বৰবোৰৰ হ্ৰস্ব-দৈৰ্ঘ্যৰ মাজত কোনো পাৰ্থক্য নাছিল। ...কিন্তু তুলনামূলক ভাৱে হ্ৰস্ব 'ই' আৰু 'ি' কাৰ চিহ্নৰ প্ৰয়োগ বেছি। দীৰ্ঘ ঈ স্বৰৰ স্বতন্ত্ৰ ব্যৱহাৰ নথকা কাৰণে ৰামায়ণত সদায় ঈ > ই হৈছে। ..মূৰ্ধন্য ণ-ৰ একক ব্যঞ্জনৰূপে ব্যৱহাৰ অতি কম। আন মূৰ্ধন্য ধ্বনিৰ লগত যুক্ত ৰূপতহে ইয়াৰ প্ৰয়োগ বিশেষ ভাৱে দেখা যায়। আন ক্ষেত্ৰত ই দন্ত্য 'ন' হিচাপে ব্যৱহৃত হৈছে। ৰেফ যুক্ত একক মূৰ্ধন্য 'ণ' প্ৰায়ে দন্ত্য 'ন্ন' হোৱাটো ৰামায়ণৰ ভাষাৰ এটি মন কৰিবলগীয়া বিশেষত্ব। যেনে পুৰ্ন্ন (অযোধ্যা ১৩৯-১০২৮), বৰ্ন্ন (লংকা ১৭-২৫০)।..."(ড° লীলাৱতী শইকীয়া বৰা, **মাধৱ কন্দলিৰ ৰামায়ণৰ ভাষা**, অসম সাহিত্য সভা, যোৰহাট, ১৯৯৩ পৃ, ১২-১৩)

আধুনিক ব্যাকৰণ-অভিধানৰ অনুপস্থিতিত, ভিন ভিন লিপিকাৰৰ হাতত পৰি ৰামায়ণখনৰ আখৰ-জোঁটনিত খেলি-মেলি লগাটো বা তাত অসমাঞ্জস্য পৰিলক্ষিত হোৱাটো স্বাভাৱিক। কিন্তু তৎসত্ত্বেও অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ স্বাভাৱিক সৰল

স্বৰূপ এটা তাতো ফুটি উঠিছে।

**শ, ষ, ৰ ঠাইত স হোৱাৰ উদাহৰণ থকা শব্দ**

কৌশল্যা > কোসল্যা, শুক্ল > সুক্ল, চতুৰ্দ্দিশ > চতুৰ্দ্দিস, শোকাৱিষ্ট > সোকাইষ্ট, নাশিনী > নাসিনী, শশুৰ > সসুৰ, শুনিয়োক > সুনিয়োক, পঞ্চাশ > পঞ্চাস, ষাঠি > সাঠি, একাদশী > একাদসি, দশম শিৰত > দসম সিৰত, চৌৰাশী > চৌৰাসি, শুইলেক > সুইলেক, বিনাশিলা > বিনাসিলা, শুনিবি > সুনিবি ইত্যাদি।

**ঈ / ী ৰ ঠাইত ই / ি হোৱা নমুনা**

হস্তী > হস্তি, বীৰ > বিৰ, সীতা > সিতা, দ্বিতীয় > দুতিয়, তৃতীয় > তৃতিয়, পঞ্চবটী > পঞ্চবতি, শীঘ্ৰে > সিঘ্ৰে, কৈকেয়ী > কৈকেয়ি ইত্যাদি।

**য ৰ ঠাইত জ হোৱা নমুনা**

যদি > জদি, তযু > তজু, যিটো > জিতো, যোজন > জোজন, নাযাবা > নাজাবা, যুজিবাক > জুঝিবাক, যাৱে > জাৱে, যেখনে > জেখনে, যেতিক্ষণে > জেতিক্ষণে, যিমতে > জিমতে ইত্যাদি

**ছ ৰ ঠাইত চ হোৱা উদাহৰণ**

গুছাইল > গুচাইল, আছ > আচ, কহিছো > কহিচো, দেখি আছো > দেখি আচো ইত্যাদি

**ট-বৰ্গৰ ঠাইত ত বৰ্গ**

সুবৰ্ণ > সুবৰ্ন, গুণ > গুন, পৰিত্ৰাণ > পৰিত্ৰান, ক্ষণেক্ষণে > ক্ষনে ক্ষনে, টিপচী > তিপচি ইত্যাদি।

...ইয়াৰ পৰা দেখা যায় যে নিভাঁজ অসমীয়া শব্দহে নালাগে, সংস্কৃত তত্ত্বৰ আনকি তৎসম শব্দৰ আখৰ জোঁটনিতো মাধৱ কন্দলিয়ে এটা সৰল অসমীয়া চাপ পেলাইছিল। হয়তো এয়া সুচিন্তিত নাছিল, প্ৰণালীবদ্ধ নাছিল; কিন্তু তৎসত্বেও তাত ফুটি উঠিছিল এক স্বতস্ফূৰ্ত সৰলতাৰ প্ৰক্ৰিয়া।

**শংকৰদেৱৰ আখৰ জোঁটনি ঃ**

এতিয়া আমি শংকৰদেৱৰ ৰচনাৰ কিছু অংশ তুলি ধৰিছোঁ ঃ

"কুবলয় কংস **কেসি** মল্লমাৰি।...**জোহি জদুকুল** পালনকাৰি।।
...জাকেৰি নাম পাপকেৰি **নাস**।...সোহি কৰত মুকুতি **পৰকাস**।"

(কংসবধ)

"..**ইসত হসিত** মুখ চান্দ উজোৰ। **দসম** মোতিম জচ নয়ন চকুৰ।।
চলাইতে চৰণ মঞ্জিৰ কৰু ৰোল। ৰূপে ভুৱন ভোলে **সঙ্কৰ** বোল।"

(ৰুক্মিণী হৰণ)

কালিৰাম মেধিৰ দ্বাৰা সম্পাদিত উক্ত ৰচনাসমূহত শংকৰদেৱেও যে শ, ষ > স, য



> জ, ঈ > ই ব্যৱহাৰ কৰিছিল সেয়া স্পষ্ট। আনকি শংকৰদেৱে নিজৰ নামৰ বানানো 'সংকৰ' ৰূপে কৰাৰ প্ৰমাণ তাত পোৱা যায়।

**বুৰঞ্জীৰ আখৰ জোঁটনিৰ কিছু উদাহৰণ ঃ**

"পাচে পাচ্চা **সুনিলে** পুনৰ্ব্বাৰ স্বৰ্গ মহাৰাজাৰ লোকে **গুৱাহাটি** মাৰি ল'লে। চৈয়দ পিৰোজ খাঁ নবাব আদি কৰি সমস্তকে ধৰি নিলে। পাচে পাচ্চা মান্ধাতাৰ ৰাজা ৰামসিংহক পঠাই বোলে। ইমান আগলি বড়া কথা কৰে, **বিসেসত** পিতৃ পিতামহক চাই, আক **কিচু** বুলিব নোৱাৰি...চাৰি পানীসিয়া কলিয়াবৰত আছে। সোদৰ গোহাঞিও কচাৰি ৰণত পড়িলত দেৱতায় বোলে গোহাঞিৰ ঘৰিণিক চাঙ্গলৈ আনিবৰ কথা, আখে, কেকেৰা দুই সম্ভেদ নকলেও **কিৰূপে** জানিব। এই কথা দুই ভায়েকে **সুনি** বোলে ভঁড়াৰি গোহাইৰে নপড়ে।"

উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ অন্যতম সভাপতি পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সংগৃহীত, সম্পাদিত এই **'পুৰণি অসম বুৰঞ্জী'** কামৰূপ অনুসন্ধান সমিতিৰ দ্বাৰা ১৯২২ চনৰ প্ৰথম প্ৰকাশিত হয়। গোস্বামীৰেই ভাষাত "এই বুৰঞ্জীৰ ভাষা ১৭ শতিকাৰ অসমীয়া গদ্য ভাষাৰ চানেকী বুলি ধৰিলে একো ভুল কৰা নহ'ব।" (উক্ত গ্ৰন্থৰ পাতনি)

তেতিয়া হ'লে ১৭ শতিকাৰ অসমীয়াত ব্যৱহৃত সুনিলে, বিসেস, কিচু, জুজ, জুজোতা, কচাৰি, সুনি, কিৰূপে, ঘৰিণি, গুৱাহাটি আদি আখৰ জোঁটনিৰ পৰা পুনৰবাৰ প্ৰমাণ হ'ল যে সেই শতিকাত লিখিত বুৰঞ্জীৰ ভাষাতো শ > স, ষ > স, য > জ, ছ > চ, ঈ কাৰ > ই কাৰ য > জ হে ব্যৱহাৰ হৈছিল।

কিন্তু সেই আখৰ-জোঁটনি যে ১৭ শতিকাতে থমকি ৰোৱা নাছিল, ১৮ শতিকাৰ শেহলৈকেও ব্যৱহাৰ হৈ আছিল তাৰ প্ৰমাণ স্বৰূপে ১৭১৭ শকত (ইং ১৭৯৫) লিখিত স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনৰ এই তাম্ৰলিপিৰ পৰা মাত্ৰ কেইটামান শব্দ আমি তলত তুলি দিছোঁ। যথা ঃ "১৭১৭ শকৰ শ্ৰাৱনৰ ৩১ দিন **জোৱাত নাওসালৰ** বাহৰৰ বৰচৰাত ˚দেৱৰ..বড়বড়ুৱা বড়ফুকন বিদ্যমানে চোলাধৰা ফুকনে **কৈচে পানিদিহিঙ্গিয়া**...ৰাজখোৱা **হাজৰিকিয়া সইকিয়া** নেওগ বড়া ওগাইৰহ সকলোএ সাবধানে জানিব কপলিয়াল হাজাৰৰ....**সয়কৰ**, কেওটৰ কুড়িৰ, বলৰামক কাৰ্যত...পাই, **কাঁৰিৰ** খেলৰ কাকত কাটি...সুপুত্ৰ **ভাত্ৰি** সহিতে আৰু পাচ পোয়াৰ কাকত কাটি বলৰামক **গুৱাহাটিৰ বড়কটকি** পাতি দিয়া গ'ল..."

এই ঐতিহাসিক সাক্ষ্যৰ পৰাও পুনৰ শ > স, য > জ, ঈ-কাৰ, ছ > চ আদিৰ প্ৰাদুৰ্ভাৱ পৰিলক্ষিত হ'ল।

তাৰ মাত্ৰ ১৫ বছৰ পাছত, ১৮১০ চনত জনৈক ৰুচিনাথে যুগুতোৱা সংস্কৃত-উজনিঅসমীয়া-কামৰূপী শব্দকোষখনৰ কথালৈ যাওঁ। ইমানদিনে ইয়াৰ সংকলকজনক ৰুচিনাথ নামেৰে আৰু কামৰূপী উপাধিৰে জনা গৈছিল কিন্তু আমি ইতিমধ্যে প্ৰমাণ কৰি দেখুৱাইছোঁ যে এইজন আছিল প্ৰকৃততে মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ পুত্ৰ ৰুচিনাথ বুঢ়াগোহাঞিহে। (এই বিষয়ে পঢ়ক ঃ দেৱব্ৰত শৰ্মাৰ 'প্ৰণয়নৰ ছশ বছৰ পাছত, প্ৰথম

প্ৰকাশৰ প্ৰাক্‌মুহূৰ্তত ৰুচিনাথ কামৰূপীৰ ১৮১০ চনৰ শব্দকোষখন, প্ৰান্তিক ১-১৫ আগষ্ট, ২০০৮, লগতে দ্ৰষ্টব্য, **সাতসৰী**, মে' ২০০৯ সংখ্যা)। ১৮১০ চনৰ এই শব্দকোষত আমি পোৱা বানানৰ কেইটামান হ'ল ঃ

অখয়অবয়, আঁউসি, ৰাসি, অগ্নিদিস্, বায়ুদিস, সিল, পানি, পানিফুট, পুখুৰি, সিখা, কুঁঅলি, নিঅৰ, চোআলি, ভনি, চলি (ছলি) বুড়িআই, বোআৰি, খুলসালি, তোলনিআপো, কুমলিআহাড়, চকুৰমনি, উসাহ, জিবন, সেঙুন, দিঘল, দৰ্সন, বলিআ, পানিফোৰা, (মূৰ) ফুৰনি, ধুলিদৰব, জটামাংসি, সাঁড় (গৰু), ফুটুকিবাঘ, কুকুৰনেচিআ বাঘ আদি।

অৰ্থাৎ কেইটামান ব্যতিক্ৰম বাদ দিলে এইখন শব্দকোষতো শ, ষ ৰ ঠাইত স, ণ > ন, ক্ষ > খ, ছ > চ আদি প্ৰয়োগৰে যে প্ৰাদুৰ্ভাৱ আছিল, সেয়া স্পষ্ট।

ইয়াৰ পৰা দেখা যায় যে ১৯ শতিকাৰ আগভাগলৈকে অসমীয়া আখৰ-জোঁটনিৰ সৰল, কোমল ৰূপ এটা বৰ্তি আছিল। কিন্তু মন কৰিবলগীয়া যে ১৯৩২ চনত ডও মফিদুল ইচলাম বৰাই লণ্ডনৰ পৰা ঘূৰি আহি **আৱাহন**ত এই শব্দকোষখনৰ বিষয়ে এটা প্ৰবন্ধ লিখাৰ পৰা আজি সুদীৰ্ঘ ৭৮ বছৰ পাৰ হৈ গ'ল। এইছোৱা সময়ত অসম সাহিত্য সভাৰ আঠজন সভাপতি আৰু এজন প্ৰধান সম্পাদক এই শব্দকোষখনৰ সম্পৰ্কে সম্পূৰ্ণ অৱগত আছিল। কিন্তু তৎসত্ত্বেও ড° মফিদুল ইছলাম বৰাই ১৯৩২ চনতে "অসম সাহিত্য সভাই এই পুথিৰ বিষয়ে অলপ চকু দিব পাৰে, আৰু সুবিধা যেন দেখিলে প্ৰকাশ কৰিব পাৰে" (আৱাহন, ৩ য় বছৰ, ৯ ম সংখ্যা, আহাৰ ১৮৫৪ শক, পুনৰ মুদ্ৰণ, নৱযুগ, ১৩ জুলাই, ১৯৬৬ চন) বুলি জনোৱা আহ্বানৰ পাছতো এই আপুৰুগীয়া শব্দকোষখন পুনঃ প্ৰকাশ কৰা নহ'ল। ফলত অসমীয়া লিপি আৰু বৰ্ণমালাৰ স্বাভাৱিক, ঐতিহাসিক সৰলতাৰ ঠাইত জটিলতা গঢ় লৈ উঠিল। উদ্ভৱ হ'ল লিপিৰ সমস্যাৰ, যাৰ বাবে আজি অসম সাহিত্য সভাই জাতীয় আলোচনাচক্ৰ আৰু কৰ্মশালা পাতিব লগা হ'ল। সেয়েহে আশংকা হয় ৰুচিনাথৰ শব্দকোষখন কোনোবাই জানি বুজিয়েই লুকাই ৰাখিলে নেকি?

এনে আশংকা ভিত্তিহীন নহয় বুলিয়েই আমাৰ ধাৰণা। কাৰণ ১৮১০ চনৰ পাচত অসমীয়া মানুহৰ অভিধান-চৰ্চাৰ পৰৱৰ্তী প্ৰধান পদক্ষেপটো আছিল জাদুৰাম ডেকা বৰুৱাৰ অভিধানখন (মানুহজনৰ নামটোৰ উক্ত আখৰ-জোঁটনি, বেণুধৰ শৰ্মাৰ দ্বাৰা সমৰ্থিত; ডেকা বৰুৱাৰ ৰজাঘৰীয়া মোহৰটোত 'তামুলিচেটিয়া শ্ৰীযাদুৰাম [(মন কৰক 'যদুৰাম' নহয়)] বৰভাণ্ডাৰ বড়ুৱা বুলি উল্লেখ আছে। আনহাতে বেণুধৰ শৰ্মাই লিখিছে ঃ (তেখেতে) 'নিজৰ নামটোত জাদুৰাম বুলি 'জ' ব্যৱহাৰ কৰিছিল।' ১৮৩৯ চনতে প্ৰণীত এইখন বাংলা অসমীয়া অভিধান কালৰ কুটিল গতিত হেৰাই যোৱা বুলি আমি আজিও হা-হুতাশা কাঢ়ি আছোঁ।

কিন্তু নিৰুদ্দিষ্ট এই অভিধানখনত আছিলনো কি? সেই সম্পৰ্কে প্ৰামাণ্য সাক্ষ্য আমি পাওঁ ১৮৪৮ চনত প্ৰথম প্ৰকাশিত ৰেভাৰেন্দ নাথান ব্ৰাউনৰ Grammatical Notices of the Asamese (Sic) Language নামৰ গ্ৰন্থখনত। তাত ৰেভা ঃ ব্ৰাউনে লিখিছে



ঃ "The work, which made the nearest approach to a regular system, was a manuscript Bengali dictionary, with Assamese definitions, prepared by Joduram Deka Borua, a learned Assamese Pandit. The orthography of this work was found to correspond much better with the actual pronunciation than any other that had been met with, the greater portion of the redundant letters were discarded, while the general forms of words agreed, for the most part, with those found in the Buronjis."

এইবুলি কৈ ৰেভাঃ ব্ৰাউনে দেখুৱাইছে যে জাদুৰাম ডেকা বৰুৱাই ই, ঈ ৰ ঠাইত কেৱল ই; উ, ঊৰ ঠাইত কেৱল উ; ৯ (লৃ) আৰু ৯ (লৃ)ৰ প্ৰত্যাখ্যান; চ, ছ ৰ ঠাইত কেৱল চ; জ, ঝৰ ঠাইত কেৱল জ; শ, ষ, সৰ ঠাইত কেৱল স; ট-বৰ্গৰ ঠাইত ত-বৰ্গ আৰু ক্ষৰ ঠাইত খৰ পোষকতা কৰিছিল।

ব্ৰাউন চাহাবৰ কিতাপখন ১৮৯৩ চনত ৰেভাঃ পিত হলেও মুৰ আৰু ১৯৮২ চনত অসম সাহিত্য সভাৰ হৈ ড° নগেন শইকীয়াই সম্পাদনা কৰি উলিয়ায়। কিন্তু আশ্চৰ্যকৰভাৱে এই দুটা সংস্কৰণত জাদুৰাম ডেকা বৰুৱাৰ উক্ত বিজ্ঞানসন্মত আখৰ-জোঁটনি সম্পৰ্কীয় তথ্য আৰু ব্যাখ্যাখিনি উল্লেখ কৰি লিখা ৰেভাঃ ব্ৰাউনৰ কথাখিনি কাটি পেলোৱা হ'ল। এইদৰে ব্ৰাউন চাহাবৰ ২৬ পৃষ্ঠাৰ মূল পাতনিৰ মাত্ৰ পাঁচটা পৃষ্ঠাহে বাচি থাকিল। এই অস্ত্ৰোপচাৰ যিমান তথ্যগত, সিমান তত্ত্বগত।

এই অস্ত্ৰোপচাৰযোগে ওঠৰ শতিকাৰ বুৰঞ্জীৰ গৰ্ভৰ পৰা প্ৰত্যক্ষভাৱে উঠি অহা স্বাভাৱিক সৰল আখৰ-জোঁটনিৰ নীতি এটাক দমন কৰিব বিচৰা হ'ল নেকি?

কিন্তু ইফালে জাদুৰাম ডেকা বৰুৱাৰ ১৮৩৯ চনৰ অভিধানখনৰ পাছত ১৮৪১ চনত হেৰিয়েত বি.এল. কাতাৰৰ **'ইংৰাজি অচমিয়া বাক্যৱলি'**, ১৮৬৪ চনত এচ আৰ ৱাৰ্দৰ দ্বাৰা সম্পাদিত উক্ত গ্ৰন্থৰে নতুন সংস্কৰণ আৰু ১৮৬৭ চনত প্ৰকাশিত মাইলচ ব্ৰনচনৰ **'অসমিয়া আৰু ইংৰাজি অভিধান'**ৰ সৈতে উনৈচ শতিকাৰ অন্তিম মুহূৰ্তলৈকে অসমভূমিত সৰল বানানৰে প্ৰাদুৰ্ভাৱ চলিছিল। কথিত, লিখিত, মুদ্ৰিত সকলো মাধ্যমতে বিৰাজ কৰিছিল সেই সৰল ৰূপ।

১৯০০ চনত প্ৰকাশিত হেমচন্দ্ৰ বৰুৱাৰ **হেমকোষ** অভিধানে সংস্কৃতীয়া বানানৰ ৰীতি সজোৰে আৰু প্ৰণালীবদ্ধভাৱে প্ৰৱৰ্তন কৰিলে আৰু পৰৱৰ্তী সময়ত অসমীয়া ভাষাৰ মান্যীকৰণ, প্ৰাতিষ্ঠানিকীকৰণৰ ক্ষেত্ৰতো ইয়াকেই অৱলম্বন হিচাপে লোৱা হ'ল। কিন্তু তৎসত্ত্বেও জটিলীকৰণৰ বিপৰীতে সৰলীকৰণৰ চিন্তা-চৰ্চা এক পৃথক, সমান্তৰাল আৰু শক্তিশালী ধাৰা হৈ ৰ'ল। ১৯০০ চনত **হেমকোষ**ৰ প্ৰথম প্ৰকাশৰ মাত্ৰ সত্তৰ বছৰৰ ভিতৰতে বিশিষ্ট ভাষাতাত্ত্বিক তথা ভাষাবিদ সত্যেন বৰকটকীয়ে অসমীয়া লিপিৰ সৰলীকৰণৰ পক্ষে সেই সময়ৰ একমাত্ৰ অসমীয়া দৈনিক কাকত **'দৈনিক অসম'**ৰ পাতত লিখিলে "যি কোনো বিধি-সংস্কাৰৰ প্ৰস্তাৱকে দুই দৃষ্টিভংগীৰে চাব পাৰি-(ক) প্ৰগতিশীল

দৃষ্টিভংগী, (খ) ৰক্ষণশীল বা প্ৰতিক্ৰিয়াশীল দৃষ্টিভংগী। সময় বুজি ৰক্ষণশীল দৃষ্টিভংগী নেৰিলে কোনো অনুষ্ঠানৰে সংস্কাৰ তথা উন্নতি আৰু প্ৰগতি সম্ভৱ নহয়। অলাগতিয়াল কেতবোৰ আৱৰ্জনাক আঁকোৱালি ধৰি থাকিবলৈ গ'লে যিকোনো অনুষ্ঠান, ভাষা, সমাজ সকলোবোৰেই গেঠেলা মাৰে। সংস্কাৰেই প্ৰগতিৰ একমাত্ৰ পথ, নহ'লে শাস্ত্ৰসম্মত সতীদাহ আদি প্ৰথা আমাৰ সমাজত এতিয়াও চলি থাকিলেহেঁতেন। প্ৰতিক্ৰিয়াশীল দৃষ্টিভংগীৰে চালে অসমীয়া বৰ্ণমালাৰ সৰলীকৰণ অসম্ভৱ যেন লাগিব পাৰে, প্ৰগতিশীল দৃষ্টিভংগীৰে চালে সি সম্পূৰ্ণ সম্ভৱ, আৱশ্যকীয় আৰু মংগলজনক।" (**দৈনিক অসম**, ৩০ এপ্ৰিল, ১৯৭২)

সেই ১৯৭২ চনতেই ভাষাচাৰ্য ড° গোলোক চন্দ্ৰ গোস্বামীয়ে যে নতুন বৰ্ণমালাৰ প্ৰস্তাৱ কৰিছিল সেই কথা আজি ইতিহাস। ইয়াত মাত্ৰ এই কথাহে উল্লেখ কৰিব বিচাৰিছোঁ যে আজিৰ পৰা চাৰি দশক আগতেই ড° গোস্বামীয়ে ১৮৩৯চনৰ জাদুৰাম ডেকাবৰুৱাৰ দৰে ঈ, ঊ, ছ, ঝ, ট, ঠ ড ঢ, ণ, শ, ষ আদি বৰ্জিত এখন বৰ্ণমালাৰ প্ৰস্তাৱ কৰিছিল। তেখেতে শ, ষ আৰু স-ৰ মাজত খেলিমেলি হ'লে স-ৰে লিখিবলৈ; চ, ছ-ৰ খেলিমেলিত চ-ৰে লিখিবলৈ; ড়-ৰ ঠাইত ৰ ব্যৱহাৰ কৰিবলৈ, ৰেফযুক্ত দ্বিত্ব বৰ্জন কৰিবলৈ বিধান দিছিল। অসমীয়া ভাষাত ণত্ববিধি আৰু ষত্ববিধি প্ৰয়োগৰ যে কোনো প্ৰয়োজন নাই, তাকো তেখেতে দেখুৱাইছিল।

ইয়াৰ আগতেও কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতৰ বেদ শাখাত স্নাতকোত্তৰ দিগ্ৰিধাৰী, সেই বিশ্ববিদ্যালয়ৰে অসমীয়া বিভাগৰ অধ্যাপক, পাচলৈ অসম সাহিত্য সভাৰ সভাপতি তীৰ্থনাথ শৰ্মাই সৰলীকৰণৰ সম্পৰ্কে সন্তুলিত স্থিতি গ্ৰহণ কৰিছিল। তেখেতে লিখিছিল ঃ

"সকলো ক্ষেত্ৰত মূলানুগ হ'বলৈ যোৱা বাবে অসমীয়া বানানত কিছু জটিলতা সোমাল। দৃষ্টান্ত স্বৰূপে 'আঘোণ' (মাহ) শব্দটোকে লোৱা হওক।... দন্ত্য 'ন' দি আঘোন লিখিলে একোৰে একো হানি নহয়।...ঋষিক ৰিসি ৰূপে লিখিলে অসমীয়া উচ্চাৰণৰ কোনো হীন ডেঢ়ি নঘটে।..প্ৰথমে কিছুদিনলৈ আখজা আখজা লাগিব পাৰে, পিছলৈ সজ হৈ যাব।

"সেইদৰে চ ছ, ট ট, ঠ থ, ড দ ৰ ভেদ বহুত গুচাব পৰা যাব। বহুত শব্দত ট, ঠ, ড, ঞ আমি অভ্যাস বশতঃ লগাই আছোঁ।...হ্ৰস্ব ই-কাৰ-উকাৰ, আৰু দীৰ্ঘ ঈ কাৰ-উকাৰৰ প্ৰয়োজন নেদেখোঁ। ...সংস্কৃত ব্যাকৰণৰ ণত্ব বিধি আমি অসমীয়া শব্দত মানি চলাৰ একো হেতু নাই আৰু অসমীয়া ভাষাত নত্ব-ণত্বৰ লীলাখেলাও নাই। প্ৰকৃততে সকলো উন্নত ভাষাতে বিকল্প বানান বহুত শব্দত পোৱা যায়। বিকল্প বানান দুই-চাৰিটাই ভাষাৰ একো হানি-বিঘিনি নঘটায় আৰু পঠন-পাঠনতো আহুকালৰ সৃষ্টি নকৰে। আচল কথা হ'ল সেই বিকল্প বানান অভিধানে মানি ল'ব লাগে, প্ৰভাৱী লিখকসকলেও গ্ৰাহ্য কৰিব লাগে।" (**আৱাহন**, সাহিত্য সংখ্যা, ১৯৭১)

১৯৭৮ চনত পাঠশালাত অনুষ্ঠিত অসম সাহিত্য সভাৰ আখৰ-জোঁটনি সংক্ৰান্তীয়



কৰ্মশালা সঞ্চালনা কৰি বিশিষ্ট সংস্কৃত পণ্ডিত, তথা পাচলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° মুকুন্দ মাধৱ শৰ্মাই প্ৰতিটো বৰ্ণৰ উচ্চাৰণ শুদ্ধভাৱে কৰিব নোৱৰাৰ ফলত সংস্কৃতত উদ্ভূত ব্যাপক খেলিমেলি আৰু তাৰ ফলত বহু শব্দৰ একাধিক বিকল্প বানান থকাৰ কথাও উল্লেখ কৰে। অসম সাহিত্য সভাৰ কৰ্মশালাখনতে **হেমকোষ**ৰ সম্পৰ্কে ড° শৰ্মাই কৈছিল যে ঃ

(হেমকোষ) "উচ্চাৰণ অনুসৰি বানান লিখাৰ নীতি মানি লিখাৰ লৈছিল যদিও দন্ত্যবৰ্গ, মূৰ্ধণ্যবৰ্গৰ আখৰ আৰু হ্ৰস্বস্বৰ, দীৰ্ঘস্বৰ আদিৰ ক্ষেত্ৰত কোনো মিতাচাৰ কৰাৰ কথা হেমচন্দ্ৰ বৰুৱাই নাভাবিলে। গতিকে বানানৰ সৰলীকৰণৰ কথা দূৰতে থাকক, বানানৰ সমস্যা দূৰ হোৱাৰ কোনো অৱকাশেই নাথাকিল।"

১৯৭৮ চনৰ অসম সাহিত্য সভাৰ উক্ত আখৰ-জোঁটনি সম্পৰ্কীয় পুস্তিকাতেই ড° ভগৱান মৰলে তদ্ভৱ, আৰ্যভিন্ন আৰু বিদেশী শব্দত অনাহকত জটিলতা সৃষ্টি নকৰিবলৈ ছ > চ আৰু যৰ ঠাইত জ ব্যৱহাৰৰ কথা কৈছিল (যেনে চচ্‌মা, চিতিবাচ, চহিদ, খৰচ, বেচি ইত্যাদি)। ড° মৰলে আজিৰ পৰা তিনিদশক আগতেই ইংৰাজী শব্দৰ লিপ্যন্তৰ এনেদৰে কৰিছিল; Research > ৰিচাৰ্চ, Torch > টৰ্চ, Bernard Shaw > বাৰ্নাৰ্দ চ', Sister > চিস্তাৰ ইত্যাদি।

সেই একেজন ভাষাবিদে সুদীৰ্ঘ ৩২ বছৰ পাচত **অসমীয়া জাতীয় অভিধান**ৰ আখৰ জোঁটনিৰ বিষয়ে ক'বলৈ গৈ এনেদৰে লিখিলেঃ

"অসমীয়া ভাষাত নিজস্ব সন্ধি আৰু সমাসৰ বিধি আছে; ণত্ববিধি আৰু ষত্ববিধি অসমীয়া ভাষাত থাকে কেনেকৈ? কাৰণ অসমীয়া ভাষাত দন্ত্য 'ন' নাই, ণৰো উচ্চাৰণ নাই; মূৰ্ধন্য 'ণ' উচ্চাৰণেই নাই, যেতিয়া দন্ত্য 'ন' কেনেকৈ মূৰ্ধন্য কৰিব? এইটো সংস্কৃত ভাষাৰহে বিধি; অসমীয়া ভাষাৰ হ'ব নোৱাৰে। বঙলা ভাষাত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ আদিয়ে কথিত চলিত বঙলা ভাষাক ঘিন কৰি সংস্কৃত শব্দ আৰু শব্দ গঠন ব্যাকৰণ গ্ৰহণ কৰি সাহিত্যৰ ভাষাৰূপে এটা সাধুভাষা সৃষ্টি কৰিছিল। ...কিন্তু অসমীয়া আখৰবোৰৰ লগত সংস্কৃত উচ্চাৰণৰ মিল নাই বাবে সংস্কৃত শব্দৰ উচ্চাৰণ অসমীয়া দন্ত্য স মূৰ্ধন্য ষ, তালব্য শ, আৰু স্বৰবৰ্ণৰ হ্ৰস্ব-দীৰ্ঘৰ পাৰ্থক্য ধৰিব নোৱাৰি বানানত ভুল হোৱাৰ সন্দেহ ৰৈ যায়। শ্ৰদ্ধেয় হেম বৰুৱাদেৱে দেৱ ভাষাক সন্মান কৰি আৰু বঙলা ভাষাক অন্ধ অনুকৰণ কৰি কথিত চলিত অসমীয়া ভাষাক অৱজ্ঞা কৰি সংস্কৃতৰ অ-ফলা আৰু ক-ফলা অবিকৃত ৰাখি বিজতৰীয়া অসমীয়া ভাষাৰ বিজয় সৌধ ৰচনা কৰিলে। তাকে লৈ আজি কোনো কোনোৱে আমোদ-আনন্দত আপোনপাহৰা হৈ নিজকে জটিলতাৰ 'নাগপাশে'ৰে বন্ধ ৰাখি চৰম উদ্ধত্য আৰু উন্নাসিকতাৰ পৰিচয় দিবলৈ অকনো হেলা নকৰিলে।" (**আমাৰ অসম**, ৯ মাৰ্চ, ২০১০) ... ইয়াৰ পৰা দেখা যায় যে যোৱা এহেজাৰ বছৰ জুৰি প্ৰচলিত অসমীয়া ভাষাৰ সৰল আখৰ-জোঁটনিৰ বিপৰীতে জটিলীকৃত বানানৰ ইতিহাস মাথোঁ এশবছৰ পুৰণি। হেমকোষ প্ৰকাশৰ পাচতো, তাৰ সমান্তৰালভাৱে সৰল বানানৰ ধাৰা বৰ্তমানেও চলি

আছে আৰু ভৱিষ্যতে ই অধিক শক্তিশালী হোৱাৰ সম্ভাৱনা সুস্পষ্ট।

এই সম্পৰ্কত ভাষাচাৰ্য ড° গোলোক চন্দ্ৰ গোস্বামীয়ে এনেকৈ লিখিছে ঃ "সংস্কৃত ভাষা আৰু শব্দাৱলী অসমীয়া মানুহে এৰিব নোৱাৰে কাৰণেই সৰহভাগ শব্দতে বানানৰ খেলি মেলি হয়। আজি জ্ঞানবিজ্ঞানৰ বিস্ফোৰণৰ যুগত সংস্কৃতৰ অফুৰন্ত শব্দ ভাণ্ডাৰ অসমীয়া ভাষাৰ শক্তিৰ উৎস স্বৰূপ হৈছে-প্ৰয়োজন হ'লেই সেই উৎসৰ ওচৰ চাপোঁ। তথাপি, অসমীয়া ভাষাৰ বৈশিষ্ট্যৰ লগত খাপ খোৱাকৈ সংগতি ৰাখি সংস্কৃত শব্দবোৰৰ আখৰ জোঁটনিত কিছু এৰা ধৰা, সালসলনি নিশ্চয় কৰিব পাৰি। তলত উল্লেখ কৰাৰ দৰে সংশোধন কৰিব পাৰিলে বানানৰ কিছু শৃংখলা লাগিব বুলি মোৰ বিশ্বাস। মোৰ পৰামৰ্শাৱলী ঃ (১) সংস্কৃত তৎসম শব্দৰ বানান যিমান দূৰ পৰা যায়, সংস্কৃতৰ মতে ৰখা ভাল; ইয়াতো সংশোধন কৰাৰ থল, অৱশ্যে নোহোৱা নহয়।

ণত্ববিধি, ষত্ববিধি সংস্কৃত ভাষাৰহে নিয়ম, খাচ অসমীয়া তদ্ভব আৰু অৰ্ধতৎসম শব্দত এইবোৰ বিধি ৰক্ষা কৰাৰ কোনো প্ৰশ্ন উঠিব নালাগে। ইতিমধ্যে স্ত্ৰী লিংগ বাচক-অনী-নী প্ৰত্যয়ত বিদেশী ঋণ শব্দত দন্ত্য ন লিখাৰ নিয়ম চলিবলৈ লৈছে, যেনে-বৰানী, বৰুৱানী, কাৰ্বন, জাৰ্মান, কোৰান ইত্যাদি।

সংস্কৃত শব্দত ঋ, ৰ, ষৰ ওচৰতে বা গাতে লগা ন-বোৰ মাথোন ণ-ৰে লিখিব পাৰি (ঋণ, তৃণ, বৰ্ণ, মৰণ); কিন্তু শব্দৰ মাজত একাধিক অক্ষৰৰ ব্যৱধান হ'লে মূৰ্ধন্য ণ ৰখাৰ কোনো অৰ্থ নাই। ৰামায়ণ, ৰূপায়ণ, ভ্ৰাম্যমাণ, পৰিবহণ আদি শব্দ ৰামায়ন, ৰূপায়ন, ভ্ৰাম্যমান, পৰিবহন/পৰিবহন হ'ব লাগে। বৰ্তমান ৰূপান্তৰৰ সময়ছোৱাত (Transition period) অসমীয়া অভিধানত সংস্কৃত বানানটোৰ লগতে অসমীয়া সংশোধিত বানানটোও শুদ্ধ বুলিয়েই দেখুৱাব লাগে। হিন্দী আৰু বাংলা ভাষাত (ভাৰতৰ অন্য ভাষাতো হয়তো) কিছুমান শব্দত ণ ৰ ঠাইত ন; ষ ৰ ঠাইত দন্ত্য স লিখিবলৈ লৈছে। বাংলা ভাষাত নিজস্ব উচ্চাৰণ অনুসৰি তালব্য শ ৰ প্ৰয়োগ অৱশ্যে বেছি। আমি খাৰ খোৱা অসমীয়া মানুহে তালব্য, মূৰ্ধণ্য, দন্ত্য উচ্চাৰণ দেখোন নকৰোঁ আৰু উচ্চাৰণ কৰিবই নোৱাৰো? তেনেস্থলত দন্ত্য আখৰ ন-টোকে লিখি অভিধানতো তেনেকৈয়ে দেখুৱালে মহাভাৰতখন অশুদ্ধ হ'ব কিয়?" (**অসমীয়া জাতীয় অভিধানলৈ** লিখা চিঠি, ২৫-৬-২০০৮)।

এই ক্ষেত্ৰত আমি অসম সাহিত্য সভাৰ অন্যতম সভাপতি বেণুধৰ শৰ্মাই জাদুৰাম ডেকা বৰুৱাৰ বিষয়ে ক'বলৈ গৈ কোৱা এইখিনি কথা আমি বিশ্বাস কৰোঁ। "যদুৰাম বৰুৱাই উচ্চাৰণ অনুসৰি কোৱা আৰু লেখা ভাষাৰ গঢ় দিব খুজিছিল। তেওঁৰ মতে সংস্কৃত, সংস্কৃত, বঙলা, বঙলা, অসমীয়া অসমীয়া।" (বেণুধৰ শৰ্মাৰ **অৰ্ঘ্যাৱলী**) আৰু আজি আমাৰ এজন সংস্কৃত পণ্ডিত ড° মহেশ্বৰ হাজৰিকাই লিখিছে- 'সংস্কৃতে সংস্কৃতম। অসমিয়ায়াম্ভ অসমিয়া।"

ইয়াৰ দ্বাৰা আমি সংস্কৃতক মুঠেই হেয় প্ৰতিপন্ন কৰিব খোজা নাই। মাথো ক'ব খুজিছোঁ সংস্কৃতৰ নীতি-নিয়ম সকলোবোৰ যান্ত্ৰিক আৰু বলপূৰ্বক ভাৱে অসমীয়াত প্ৰয়োগ কৰিবলৈ



গ'লে হিতে বিপৰীতহে হ'ব। কাৰণ সংস্কৃত সংস্কৃতেই আৰু অসমীয়া অসমীয়াই।

কিন্তু আশ্চৰ্যকৰ কথা এয়ে যে অসমীয়া ভাষাত সংস্কৃত ভাষাৰ নীতি-নিয়মবোৰ সম্পূৰ্ণৰূপে যান্ত্ৰিকভাৱে জাপি দিয়াৰ বিৰোধিতা কৰাটোক আজিও একধৰণৰ অপৰাধ বা ধৃষ্টতা বুলি গণ্য কৰা হয়। অসমীয়া ভাষাৰ প্ৰতি ভালপোৱাক আজি কোনো কোনোৱে সংস্কৃতৰ প্ৰতি অন্ধ আনুগত্যৰে একাকাৰ কৰিব খোজে। তৎসম নহয়, তদ্ভৱ, আনকি নিভাঁজ থলুৱা শব্দবোৰৰ ক্ষেত্ৰত ণত্ব বিধি, ষত্ব বিধিৰ প্ৰয়োজন নাই বুলি ক'লেও এইসকল প্ৰাচীনপন্থী জঁকি উঠে। তেওঁলোকৰ এই ধাৰণাৰ ভিত্তি বোধহয় **হেমকোষ** (২০১১) ত থকা ম্লেচ্ছৰ এই সংজ্ঞা;

> ম্লেচ্ছ-বি (সং ম্লেচ্ছ, ম্লেচ্ছ, অশুদ্ধ কথা) সংস্কৃত ভাষা নোকোৱা হিন্দুশাস্ত্ৰৰ মতে নচলা মানুহ, a barbarian...

সংস্কৃত ভাষা নক'লেই বা তাৰ নীতি-নিয়ম মানি নচলিলেই ম্লেচ্ছলৈ অধঃপতিত হোৱাৰ ভয়তে বোধহয় সেইক্ষেত্ৰত যিকোনো শিথিলতাই অসমত সংৰক্ষণশীলসকলৰ কঠোৰ বিৰোধিতাৰ সমুখীন হয়। তেওঁলোকে পাহৰি যায় যে উক্ত নীতি-নিয়মবোৰৰ সত্বেও (অথবা সেইবিলাকৰ কাৰণেই?) একালৰ 'পৱিত্ৰ দেৱভাষা' সংস্কৃত আজি জীৱন্ত ভাষা হৈ নাথাকিল। এতেকে সংস্কৃতীয়া বৰ্ণমালাভিত্তিক অসমীয়া লিপি অনাদি-অনন্ত কাললৈ প্ৰচলিত ৰখা সম্পৰ্কে পুনৰবিবেচনা কৰাৰ সময় সমাগত।

ভাষা-লিপি-বৰ্ণমালা-বানান আদিৰ সৰলী কৰণ আৰু আধুনিকীকৰণ আজি পৃথিৱীৰ সৰ্বত্ৰ ঘটিব লাগিছে। কেৱল আমেৰিকান ইংৰাজীৰ কথাই আমি ক'বলৈ যোৱা নাই। আমাৰ চুবুৰীয়া বংগতে অভিধান-ব্যাকৰণলৈ অপেক্ষা নকৰি জনপ্ৰিয় **আনন্দবাজাৰ-দেশ** গোষ্ঠীয়ে এক সৰল আখৰ-জোঁটনিৰ সূচনা কৰে, যি অচিৰেই এনে জনপ্ৰিয় হৈ পৰে যে বাংলা বানানৰ চেহেৰাকে সি সলাই পেলায়। ইয়াৰ বিপৰীতে গুজৰাটী ভাষাত সংস্কৃতৰ আখৰ-জোঁটনি আখৰে আখৰে অনুসৰণ কৰিবলৈ গৈ কেনে বিপৰ্যয় হৈছে আমি তলত চমুকৈ ক'ব বিচাৰিছোঁ ঃ

কুৰি শতিকাৰ দ্বিতীয় দশকতে মোহন দাস কৰমচাঁদ গান্ধীয়ে এলানি অভিধান, ব্যাকৰণ আৰু বিদ্যালয়ৰ পাঠ্যপুথি প্ৰকাশৰ জৰিয়তে গুজৰাটী ভাষাৰ মান্যীকৰণৰ বাবে প্ৰচেষ্টা চলাইছিল। তেওঁ নিজে প্ৰতিষ্ঠা কৰা গুজৰাট বিদ্যাপীঠ নামৰ বিশ্ববিদ্যালয়খনৰ দ্বাৰাই 'জোড়নিকোষ' নামৰ এখন গুজৰাটী অভিধান প্ৰকাশৰ জৰিয়তে গান্ধীয়ে সেই কাম আৰম্ভ কৰিছিল।

১৯২৭ চনত প্ৰকাশ পোৱা উক্ত অভিধানখনক গান্ধীয়ে গুজৰাটী বানানৰ ক্ষেত্ৰত চূড়ান্ত ৰায় বুলি ঘোষণা কৰিছিল। তেওঁ কৈছিল ঃ

'After the publication of this dictionary, no one has the right to do as his fancy dictates in the matter of spelling.' (Gandhi's : Jodanikosh, 7th April, 1929 in the Collected Works of Mahatma

Gandhi, Vol XI, Ministry of I&B, Govt of India, 1970, P. 213-4)

উল্লেখযোগ্য যে স্বয়ং গান্ধী অনুপ্ৰাণিত, বিশুদ্ধ সংস্কৃত-ভিত্তিক উক্ত অভিধানৰ প্ৰকাশৰ প্ৰায় এক শতিকা পাচতো গুজৰাটী ভাষাত আখৰ জোঁটনিৰ সমস্যা সমাধানতো দূৰৰ কথা, জটিলৰ পৰা দিনে দিনে জটিলতৰহে হৈ গৈ আছে। গান্ধীয়ে তেওঁৰ প্ৰভূত ৰাজনৈতিক প্ৰভাৱ খটুৱাই মান্যীকৰণ কৰা গুজৰাটী ভাষাৰ 'জোড়নিকোষ' আৰ্হিৰ আখৰ-জোঁটনিক গুজৰাট চৰকাৰে মান্যতা প্ৰদান কৰাৰ পাচতো আজি ভাষাটো আখৰ জোঁটনিৰ ক্ষেত্ৰত উল্লম্বভাৱে তিনিভাগত বিভক্ত।

১৯২৮ চনতে গুজৰাটী ভাষাৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত বিৰাজমান অৰাজকতালৈ আঙুলিয়াই দি গান্ধীয়ে কৈছিল 'The present chaotic state of spellings acts as a hindrance to the development of the language... (among) all languages of India, Gujarati is found to be the only one is which laxity in regard to spellings is possible'. ... কিন্তু তেওঁৰ পৃষ্ঠপোষকতাধন্য জোড়নিকোষৰ প্ৰকাশৰ সুদীৰ্ঘ এযুগৰ পাচতো, অৰ্থাৎ ১৯৪০ চনতো গান্ধীয়ে পুনৰ ক'ব লগা হয় ঃ 'The anarchy prevailing in Gujarati spelling is perhaps unparalleled in any other language. It is not found in any other Indian language.'

গান্ধীয়ে সু সংগঠিত আখৰ-জোঁটনি নথকা মানুহ বা সম্প্ৰদায়ক চিধাচিধি বৰ্বৰ আৰু জংলী আখ্যা দিছিল। তেওঁৰ ভাষাতেই 'What epithet except barbarous can one apply to a people who speak a language with unorganised spelling?' উল্লেখযোগ্য যে তেনে মানুহক বুজাবলৈ গান্ধীয়ে গুজৰাটী ভাষাত 'জংলী' বুলি আখ্যা দিছিল। নক'লেও হয় যে গান্ধীৰ উক্ত মাপকাঠিত গুজৰাটৰ দলিত আদিবাসী জনজাতিসকলৰ কোনো ভাষাই উত্তীৰ্ণ হ'ব নোৱাৰে; বৰং সিবিলাক বিবেচিত হ'ব 'জংলী' আৰু 'বৰ্বৰ' ভাষা হিচাপে। পাচে কেৱল 'দেৱভাষা' সংস্কৃতৰ ভিত্তিত এক বিশুদ্ধ গুজৰাটী ভাষা, লিপি আৰু আখৰজোঁটনিৰ সম্পৰ্কে গান্ধীৰ সপোন কিন্তু নফলিয়ালে। আনকি গুজৰাটী ভাষাৰ বানান পদ্ধতি এতিয়াও ত্ৰিধাবিভক্ত হৈয়ে ৰ'ল।

এজন সমাজবিজ্ঞানীয়ে সেয়েহে মন্তব্য কৰিছে, 'I think we need to understand the Sanskrit option in the context of the Gandhian brand of nationalism. What is noteworthy in the nationalist discourse of Gandhi and those who followed his language perspective is the constant effort to Gujarati as the 'daughter' of Sanskrit. Implicit in such perspective is the invocation of the Aryan race theory popularise by orientalists like Max Muller.' অৰ্থাৎ বিশুদ্ধ সংস্কৃতিভিত্তিক গুজৰাটী ভাষাৰ ধাৰণাৰ লগত আৰ্য প্ৰজাতিতত্ব, হিন্দুত্ব আৰু জাতি-বৰ্ণ অবিচ্ছেদ্যভাৱে সংপৃক্ত হৈ থাকে। সেয়েহে সংস্কৃতীয়া আখৰ জোঁটনিৰ লৌহদৃঢ় শৃংখলাৰে গুজৰাটী ভাষাক



(অথবা আন যিকোনো ভাষাক) শৃংখলাবদ্ধ কৰিব নোৱাৰি, পাৰি শৃংখলিত কৰি তাৰ জীৱনীশক্তি ধ্বংস কৰিবহে, অনাখৰী কওঁতাৰ পৰা সম্ভ্ৰান্ত সংস্কৃত লেখোঁতাক বিচ্ছিন্ন কৰিবহে পাৰি, ধৰ্ম আৰু বৰ্ণৰ ভিত্তিক ভাষাটোক বিভক্ত কৰিবহে পাৰি।

সেয়েহে জন চেবাস্তিয়ানৰ এই কথাৰ লগত আমি সম্পূৰ্ণ সহমত পোষণ কৰোঁ ঃ 'It seems reasonable to suggest that if the Gujarati language wants to develop an identity of its own, than it has to move away from the fossilised view of language. A resonable view would suggest that Sanskrit is one of the many linguistic elements that have contributed to the development and evolution of the Gujarati language. The linguistic family, to which Gujarati belongs, shows complex evolutionary patterns. Given such complexities, an overemphasis on Sanskrit at the expense of the autonomy of present Gujarati, seems problematic.' সেয়ে তেওঁ গুজৰাটৰ দৰে এক বহু সাংস্কৃতিক বহুভাষিক ৰাজ্যত গুজৰাটী ভাষাৰ এক সুকীয়া সত্তা প্ৰতিষ্ঠাৰ বাবে সংস্কাৰৰ আহ্বান জনাইছে, যিটো অসমৰ ক্ষেত্ৰতো বহুপাৰিমাণে প্ৰাসংগিক। (John Sebastian : *Gandhi and the Standardisation of Gujarati* (Economic and Political Weekly, Mumbai, August, 1-7-2009)

সেয়েহে গুজৰাটৰ অভিজ্ঞতাৰ পৰাও শিক্ষা লৈ আমি সময় থাকোঁতেই অসমীয়া ভাষাৰ আখৰ জোঁটনিৰ সৰলীকৰণৰ বাবে আহ্বান জনাইছো। সংস্কৃতৰ লগত ইয়াৰ সম্পৰ্ক যিমানেই ঘনিষ্ঠ আৰু সুগভীৰ নহওক লাগিলে, অসমীয়া এটা সুকীয়া, স্বতন্ত্ৰীয়া ভাষা। এই ভাষাৰ আখৰ-জোঁটনি এই ভাষাভাষী মানুহৰ প্ৰয়োজন আৰু আকাংক্ষ্যা অনুসৰিয়েই হোৱা উচিত।

কিন্তু, এইখিনিতে আমি স্পষ্ট কৰি দিওঁ যেঃ আকস্মিক ভাৱে, অতৰ্কিতে অসমীয়া লিপিৰ কোনো আমূল পৰিবৰ্তনৰ কথা আমি কোৱা নাই। আমি মাথো প্ৰস্তাৱ কৰিছোঁ যে, অন্তৰ্বৰ্তী এটা পৰ্যায় জুৰি প্ৰচলিত জটিল বানানৰ লগতে অভিধানত প্ৰস্তাৱিত সৰল বানানো তুলি ধৰা হওক। সেই সম্পৰ্কে সদৌ অসমবাসীয়ে, লগতে বিজ্ঞান মনস্ক, প্ৰযুক্তি-পাৰ্গত নতুন পুৰুষ আৰু নতুন নাৰীয়ে দীঘলীয়া, বছৰ বছৰ জোৰা আলোচনা কৰি সুচিন্তিত সিদ্ধান্ত লওক। ভুকুতে কলটো নপকে। এনে সিদ্ধান্তৰ বাবে আমি এক দশক অপেক্ষা কৰিবলৈও ৰাজী। কিন্তু নতুন চিন্তাৰ অধিকাৰক কোনো মূল্যৰ বিনিময়ত বিসৰ্জন নিদিবলৈ আমি দৃঢ় প্ৰতিজ্ঞ। চিৰ পৰিবৰ্তনশীল এই পৃথিৱীত অসমীয়া লিপিৰো হেজাৰ বছৰ জুৰি হুবহু একে থাকিব নোৱাৰে। সময়ৰ সেই দাবী অস্বীকাৰ কৰা মানে সময়ৰ বিপক্ষে থিয় হোৱা।

## (২) অসমীয়া লিপিত যুক্তাক্ষৰ প্ৰসংগ

কিন্তু অসমীয়া ভাষাৰ জটিলতা স্বৰবৰ্ণ ব্যঞ্জনবৰ্ণৰ একে উচ্চাৰণৰ একাধিক আখৰে

যিমান বঢ়াইছে তাতোকৈ বেছি বঢ়াইছে যুক্তাক্ষৰে।

### চীনা ভাষাৰ প্ৰায় দুগুণ চিহ্ন, ২২৩ টা যুক্তাক্ষৰ

অসমীয়া জাতীয় অভিধানখন কৰিবলৈ লোৱাৰ আগলৈকে অসমীয়া ভাষাত থকা যুক্তাক্ষৰৰ সংখ্যা সম্পৰ্কে আমাৰ কোনো ধাৰণা নাছিল। কোনো ব্যাকৰণত পাইছিলো অসমীয়া যুক্তাক্ষৰ ৪৫ টা, আন কোনো ব্যাকৰণত পাইছিলো ৬০ টা মান বুলি। কিন্তু জাতীয় অভিধানখনৰ বাবে আখৰ-জোঁটনি (DTP Setting) ৰ কাম কৰিবলৈ গৈ আমি প্ৰথমবাৰৰ বাবে আবিষ্কাৰ কৰিলোঁ যে অসমীয়া ভাষাত প্ৰায় ২২৩ টা যুক্তাক্ষৰ ব্যৱহাৰ বা প্ৰয়োজন হয়। আচৰিত কথা যে এতিয়ালৈকে প্ৰকাশিত কোনো অভিধানতে এনে যুক্তাক্ষৰৰ ক্ৰমটো দূৰৰে কথা, সিবিলাকৰ তালিকা বা সংখ্যাৰ উল্লেখ পৰ্যন্ত পাবলৈ নাই।

স্বাভাৱিকতে এই যুক্তাক্ষৰসমূহৰ পূৰ্ণ তালিকা এখন যুগুতোৱা আৰু সিবিলাকৰ ক্ৰম প্ৰস্তুত কৰা আমাৰ বাবে কঠিন প্ৰত্যাহ্বান আছিল. কাৰণ এইক্ষেত্ৰত আমাৰ সমুখত কোনো প্ৰতিষ্ঠিত আৰ্হি নাছিল। অৱশ্যে আমাৰ বাবে বিশেষ সহায়ক হৈছিল অসম জাতীয় শিক্ষা সমন্বয় পৰিষদৰ অন্তৰ্গত বিদ্যালয়সমূহৰ বাবে যুগুতোৱা 'জঞ্জলীয়া যুক্তাক্ষৰ' নামৰ এখন হাতপুথি। অসম জাতীয় প্ৰকাশৰ হৈ নমিতা দেৱীৰ সহযোগত সান্ত্বনা শৰ্মাই যুগুতোৱা এই হাতপুথিখনে শত শত যুক্তাক্ষৰ যোগান ধৰি আমাৰ কাম ভালেখিনি চমুৱাই থৈছিল। কিন্তু তাৰ পাচতো পদ্ধতিগতভাৱে সিবিলাকৰ ক্ৰম যুগুতোৱাৰ কামটো মুঠেই সহজ নাছিল।

কিন্তু কথা ইমানতো শেষ নহ'ল। আৰু থাকিল বাকী। স্বৰবৰ্ণ, ব্যঞ্জনবৰ্ণ, যুগুতোৱা সমন্বিতে অসমীয়া ভাষাত ব্যৱহৃত মুঠ চিহ্ন বা glyf অৰ সংখ্যা ৮৭৮ টা বুলি আমাক জনালে জাতীয় অভিধানৰ চফ্‌তৱেৰ নিৰ্মাতা ইন্দ্ৰকান্ত দত্তই।

এই প্ৰত্যক্ষ অভিজ্ঞতাৰ ভিত্তিত আমি মাথো ক'ব বিচাৰিছোঁ যে স্বৰবৰ্ণ, ব্যঞ্জনবৰ্ণৰ উপৰি কমেও ২২৩ টা যুক্তাক্ষৰ (সেই তালিকা আমি এই কাকতৰ লগত পৰিশিষ্টৰূপে গাঁথি দিছোঁ) সহ মুঠ ৮৭৮ টা চিহ্নৰ ব্যৱহাৰে অসমীয়া লিপিক চীনা লিপিতকৈও দুগুণে জটিল এটা লিপিত পৰিণত কৰিব; তাৰ জটিলতাই তাৰ বিকাশক ব্যাহত কৰিব, জনজীৱনৰ পৰা তাক আঁতৰাই নিব আৰু বাস্তৱত ঘটিছেও ঠিক সেয়েই। সেয়েহে অসম সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত এই জাতীয় আলোচনাচক্ৰ আৰু কৰ্মশালাৰ অংশগ্ৰহণকাৰীসকলক আমি মুকলিভাৱে আহ্বান জনাইছোঁ, দুই শতাধিক জঞ্জলীয়া যুক্তাক্ষৰৰ এই জংগলৰ পৰা অসমীয়া ভাষাক বচাবৰ বাবে কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰোঁ আহক।

### (৩) লিপ্যন্তৰণৰ অৰাজকতা

ড° দীনেশ চন্দ্ৰ গোস্বামীয়ে তেখেতৰ **'বিজ্ঞান লেখকৰ হাতপুথি'** (গুৱাহাটী,২০০৩) গ্ৰন্থত দেখুৱাইছে যে ইংৰাজী Hospital শব্দৰ অসমীয়া লিপ্যন্তৰ আস্পাতাল, হস্পিটেল, হাস্পাতাল, হাচপাটাল, আস্পাটাল, হস্পিটল, হচপিটাল, আস্পাতেল, হছপিটল, হচপিতাল, হছপিটেল, হচপিতল আদি মুঠ তেইছ ধৰণে কৰা হয়। একে Doctor অৰ পৰা ডক্টৰো হয়, ডাক্তৰো হয়। একে Restaurant অসমীয়াত ৰেস্তোৰাঁও হ'ব পাৰে, ৰেষ্টুৰেণ্টো



হ'ব পাৰে। একেটা আৰবী শব্দৰ পৰা অসমীয়াত শ্বহিদ, শ্বহিদ, চহীদ, ছহিদ, চহিদ আদি যিকোনো বানান চলি আছে। শ্বেকচপীয়েৰ, চেক্সপিয়েৰ বিতৰ্কৰ কথা নক'লোৱেইবা। Hattrick শব্দৰ লিপ্যন্তৰ অসমীয়া কাকতত কৰা হৈছে হেটট্ৰিক (অৰ্থাৎ এটা 't' - 'ট' হ'ল আন এটা গাতে লাগি থকা 't' - 'ত' হ'ল। সাহিত্য অকাদেমিয়ে আমি পোষকতা কৰাৰ দৰে সৰল বানানেৰে নিজৰ অনুষ্ঠানৰ নাম লিখাৰ পাচতো একেখন কাকতত একেদিনা (সাহিত্য) অকাদেমি, অকাডেমি, অকাডেমী- তিনিটা বানান প্ৰকাশ পাইছে।

কেৱল ইমানেই নহয়, গুৱাহাটী বিশ্ববিদ্যালয়ৰ লিপ্যন্তৰ পদ্ধতি তাৰ নিজৰেই পাঠ্যপুথি সমূহত মানি চলা হোৱা নাই। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত পাঠ্যপুথিসমূহত লিপ্যন্তৰণ পদ্ধতিৰ কোনো সংগতি নাই। বিশ্ববিদ্যালয় কিখনৰ পৰস্পৰ বিৰোধী লিপ্যন্তৰণৰ লগত চেোৰ লিপ্যন্তৰণ নিমিলে। তাতোকৈ আমোদজনক তথা উদ্বেগজনক কথাটো হৈছে এই যে অসম সাহিত্য সভাৰ বিশ্বকোষবিলাকৰ এটা খণ্ডৰ লগত আনটো খণ্ডৰ কথাটো বাদেই, ড° ৰাজেন শইকীয়াৰ দ্বাৰা সম্পাদিত ষষ্ঠ আৰু সপ্তম খণ্ডৰ তেওঁৰ দ্বাৰাই লিখিত একেটা প্ৰবন্ধত একেটা অনুচ্ছেদতে একেটা শব্দৰে ভিন ভিন লিপ্যন্তৰণ পোৱা গৈছে।

সেই সম্পৰ্কে আমি সবিশেষ আলোচনালৈ যোৱাৰ পৰিবৰ্তে আমাৰ সহযোগী সান্ত্বনা শৰ্মাৰ ইতিমধ্যে ৰাজহুৱাভাৱে প্ৰকাশিত এটা প্ৰবন্ধ পৰিপূৰক ৰূপে লগত গাঁথি দিছোঁ। তাৰ পৰা স্পষ্ট হ'ব যে অসমীয়া লিপিলৈ আন ভাষা-লিপিৰ পৰা লিপ্যন্তৰণৰ ক্ষেত্ৰত বিৰাজ কৰিছে এক ভয়ানক অৰাজকতা। বিগত পঞ্চাছ বছৰৰো অধিককাল বিশ্ববিদ্যালয় দুখন আৰু অসম সাহিত্য সভা এই ক্ষেত্ৰত যিহেতু বিফল হ'ল সেয়েহে আমাৰ এটা বিনম্ৰ প্ৰস্তাৱ শুনিলে মহাভাৰত অশুদ্ধ নহয় বুলি ভাব হয়।

সেয়া হ'ল, অসমীয়া ভাষাৰ সকলো শব্দৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত নহ'লেও অন্ততঃ লিপ্যন্তৰিত শব্দবোৰৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত আমি সৰল আখৰ-জোঁটনি ব্যৱহাৰ কৰোঁ আহক। হস্পিটেল .. শব্দৰ তেইছটা বানানৰ বিতৰ্কত নোসোমাই অন্ততঃ লিপ্যন্তৰিত শব্দবোৰৰ ক্ষেত্ৰত শ, ষ, স ৰ ঠাইত কেৱল স, মূৰ্ধন্য বৰ্ণৰ বিপৰীতে কেৱল দন্ত্য, ঊ, ঈ ৰ ঠাইত কেৱল উ, ই; ছ, ঝ ৰ ঠাইত চ, জ আদি ব্যৱহাৰ কৰি অসমীয়া মানুহৰ কোমল উচ্চাৰণৰ লগত সংগতি ৰাখি লিপ্যন্তৰ কৰিলেই এই গোলমলীয়া সমস্যাৰ সমাধান সম্ভৱ হ'ব।

### সামৰণি

সামৰণিত পুনৰ দোহাৰোঁ অসমীয়া ভাষা সংস্কৃত নহয়, ই অসমীয়া ভাষাহে। মান্ধাতাযুগীয়া সংস্কৃতীয়া বৈয়াকৰণিক শৃংখল আৰু শত শত বৰ্ণপূৰ্ণ লিপিৰ বোজাৰে ইয়াক শৃংখলিত আৰু ভাৰাক্ৰান্ত কৰাৰ বিপৰীতে স্বতঃস্ফূৰ্ত সৰলতা আৰু প্ৰাণশক্তিৰে প্ৰৱাহিত হ'বলৈহে দিয়া উচিত। মনত ৰাখিব লাগিব যে অত্যন্ত সমৃদ্ধ আৰু গাম্ভীৰ্যপূৰ্ণ হোৱা সত্বেও সংস্কৃত আজি জীয়া মানুহৰ দৈনন্দিন কথোপকথন বা চৰ্চাৰ বিষয় নহয়, ই প্ৰাচীন ভাষা-সাহিত্য সম্পৰ্কে গৱেষণাৰ আধাৰহে। ইয়াৰ বিপৰীতে কোটি কোটি জীৱিত

মানুহৰ ভাষা অসমীয়াই নতুন শতাব্দী আৰু সহস্ৰাব্দতো যদি নিজৰ জয়যাত্ৰা অব্যাহত ৰাখিব লাগে, তেতিয়াহ'লে ই আন ভাষাৰ দ্বাৰা সমৃদ্ধ হ'লেও আন ভাষাৰ বিধি-বিধানৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীলতা পৰিত্যাগ কৰি এক স্বতন্ত্ৰীয়া ভাষাৰূপে বিকাশৰ আত্মবিশ্বাস অৰ্জন কৰিব লাগিব। অসমীয়া ভাষাৰ লগতে লিপিয়েও স্বকীয়তাক অটুত ৰাখি অতীতৰ অপ্ৰয়োজনীয় মোহ আৰু জটিলতা বিসৰ্জন দি আধুনিক বিজ্ঞান আৰু তথ্য প্ৰযুক্তিৰ পূৰ্ণ উপযোগ কৰিব পাৰিলেহে 'অসমীয়া ভাষা মোৰ সুৰদীসুৰীয়া জগতসভালৈ যাব; উজ্জ্বল, সুউজ্জ্বল কহিনুৰ পিন্ধি হাঁহি জ্যোতিৰূপা হ'ব।'

২।

## প্ৰসংগপঞ্জী


Nathan Brown : Grammatical Notices of the Asamese (Sic) Language, Sibsagar, 1848

Nathan Brown : Grammatical Notes on Assamese Language, Revised by P.H. Moore, 1893

Banikanta Kakati : Assamese, Its Formation and Development, 1962, Guwahati

Mahendra Bora : The Evolution of Assamese Cript (Bagmibar Nilmoni Phukon Lecture), Jorhat, 1981

হেমচন্দ্ৰ বৰুৱা ঃ **হেমকোষ** ১৯০০ (২০০২-০৩ চনৰ পুনৰ মুদ্ৰণ) **হেমকোষ** (২০১১)

ৰাজেন শইকীয়া (আদিৰ দ্বাৰা সম্পাদিত) **বিশ্বকোষ**, ষষ্ঠ খণ্ড, যোৰহাট ২০০৫

ৰাজেন শইকীয়া (আদিৰ দ্বাৰা সম্পাদিত) **বিশ্বকোষ**, সপ্তম খণ্ড, যোৰহাট ২০০৭

গোলোকচন্দ্ৰ গোস্বামী ঃ **অসমীয়া আখৰ জোঁটনি সমীক্ষা**, গুৱাহাটী, ১৯৭২

নমিতা দেৱী, সান্ত্বনা শৰ্মা ঃ **জঞ্জলীয়া যুক্তাক্ষৰ**, যোৰহাট ২০০৩

**অসম সাহিত্য সভা ঃ অসমীয়া আখৰ জোঁটনি উপ সমিতিৰ সিদ্ধান্ত সমূহ**, ১৯৮৬-৮৭

দেৱব্ৰত শৰ্মা ঃ **অসমীয়া জাতীয় অভিধান** (প্ৰথম খণ্ড) ২০১০

**অসমীয়া জাতীয় অভিধান** (দ্বিতীয় খণ্ড) ২০১০




# বিষয় ঃ সাম্প্ৰতিক অসমীয়া ভাষা

(যুৱপ্ৰজন্মৰ মাজত প্ৰচলিত ভাষা আৰু সংবাদ মাধ্যমৰ ভাষাৰ বিশেষ উল্লেখেৰে)


**মহাশ্বেতা দেৱী, ব্ৰজেন শৰ্মা, কৌস্তুভমণি নাথ, খনিকৰ মাউত**

গৱেষক ছাত্ৰ-ছাত্ৰী, অসমীয়া বিভাগ , ডিব্ৰুগড় বিশ্ববিদ্যালয়


**প্ৰস্তাৱনা ঃ**

ভাষা পৰিৱৰ্তনশীল। সময়ৰ পৰিৱৰ্তনৰ লগে লগে পৰিৱৰ্তিত সমাজ-সংস্কৃতিৰ লগত খাপ খোৱাকৈ ভাষাৰো পৰিৱৰ্তন হয়। এই পৰিৱৰ্তন প্ৰথমে কথিত ভাষাত পৰিলক্ষিত হৈ ক্ৰমান্বয়ে লিখিত ভাষা আৰু সাহিত্যতো প্ৰৱেশ কৰে। অসমীয়া ভাষাও ইয়াৰ ব্যতিক্ৰম নহয়। আনুমানিক খ্ৰীষ্টীয় দশম-একাদশ শতিকাত উদ্ভৱ হোৱা অসমীয়া ভাষাইও বিভিন্ন সময়ত বিভিন্ন ৰূপ পৰিগ্ৰহণ কৰি আহি ইতিমধ্যে একবিংশ শতিকাৰ প্ৰথম দশক অতিক্ৰম কৰিলেহি। সময়ৰ সোঁতত অতিসম্প্ৰতি ভাষাটোত হোৱা পৰিৱৰ্তন সম্পৰ্কে বিভিন্নজনে বিভিন্ন মত আগবঢ়াইছে। আলোচনা পত্ৰখনিত অসমীয়া ভাষাটোত অতিসম্প্ৰতি হোৱা পৰিৱৰ্তন সম্পৰ্কে আলোচনা কৰা হ'ব।

**০.১ পৰিসৰ ঃ**

যি অধুনা কালৰ সিয়েই সাম্প্ৰতিক। সাম্প্ৰতিক অসমীয়া ভাষা বুলি কওঁতে সম্প্ৰতি অসমীয়া ভাষাটোক কথ্য আৰু লিখিত, যি ৰূপত দেখা যায় — ইয়াৰ আধাৰতে আলোচনা পত্ৰখনি প্ৰস্তুত কৰা হৈছে। এই দুই দিশৰ ভিতৰত সাম্প্ৰতিক সময়ৰ যুৱ-প্ৰজন্মৰ মাজত কথ্য ৰূপত হোৱা পৰিৱৰ্তনৰ লগতে মুদ্ৰিত আৰু বৈদ্যুতিন সংবাদ মাধ্যমত দেখা পোৱা পৰিৱৰ্তনবোৰ আলোচনা পত্ৰখনিত আলোচনা কৰা হ'ব। এই ক্ষেত্ৰত উদাহৰণৰ জৰিয়তে বিষয় উপস্থাপন কৰিবলৈ চেষ্টা কৰা হৈছে। এই পৰিৱৰ্তনৰ সাম্ভাব্য কাৰকবোৰকো

থূলমূলকৈ উনুকিওৱাৰ চেষ্টা কৰা হ'ব।

**০.২ বিষয়ৰ উদ্দেশ্য আৰু গুৰুত্ব ঃ**

অসমীয়া ভাষাটোৰ সম্প্ৰতি কথ্য আৰু লিখিত ৰূপৰ পৰিৱৰ্তন সম্পৰ্কে যথেষ্ট আলোচনা-বিলোচনা হৈছে। ভাষা এটাৰ পৰিৱৰ্তন স্বাভাৱিক যদিও অত্যধিক তথা অযথা পৰিৱৰ্তন ভাষা এটাৰ বাবে শুভ লক্ষণ নহয়। অসমীয়া ভাষাটোৰ ক্ষেত্ৰত আমি দেখিছোঁ যে, মাধুৰ্য, সৌন্দৰ্য, ব্যাকৰণৰ গাঁথনি, জঁতুৱা প্ৰকাশ-ভঙ্গীৰে ভাষাটোৰ এক নিজস্ব কালিকা আছে। সম্প্ৰতি ভাষাটোলৈ অহা পৰিৱৰ্তনবোৰে যদি এই কালিকাত আঘাত হানিছে, তেন্তে ই ভাষাটোৰ বাবে বিপদজনক। গতিকে বৰ্তমান অসমীয়া ভাষাটোৰ পৰিৱৰ্তনক কিমানখিনিলৈকে মানি ল'ব পাৰি আৰু কিমানখিনিলৈকে মানি ল'ব নোৱাৰি; লগতে মানি লোৱা-নোলোৱাৰ যুক্তি ক'ত — এই সকলো কথা বিচাৰ কৰি কিছুমান সৰ্বসন্মত সিদ্ধান্ত গ্ৰহণ কৰি অসমীয়া ভাষাৰ কালিকা ৰক্ষা কৰাই এই আলোচনা পত্ৰখনৰ গুৰুত্ব।

**০.৩ পদ্ধতি ঃ**

আলোচনাপত্ৰখনিত বৰ্ণনাত্মক আৰু বিশ্লেষণাত্মক পদ্ধতি অৱলম্বন কৰা হৈছে।

**১.০ সাম্প্ৰতিক অসমীয়া ভাষাত কথিত ৰূপত হোৱা পৰিৱৰ্তন ঃ**

সাম্প্ৰতিক অসমীয়া ভাষাৰ কথিত ৰূপৰ বিভিন্ন ক্ষেত্ৰত পৰিৱৰ্তন পৰিলক্ষিত হৈছে। এই পৰিৱৰ্তনখিনিক আমি বিভিন্ন ধৰণেৰে আলোচনা কৰিব পাৰোঁ।

**ব্যক্তি অনুসৰি কথ্য ৰূপৰ পৰিৱৰ্তন ঃ**

ব্যক্তিভেদে ভাষাৰ ৰূপভেদ পৰিলক্ষিত হয়। ব্যক্তিভেদে ভাষা ব্যৱহাৰৰ বিভিন্নতাই পৰিস্থিতি নিৰ্ধাৰক বিশিষ্ট ভাষা (register) উৎপন্ন কৰে।

যেনেঃ আমি কালিলৈ গুৱাহাটীলৈ ফুৰিবলৈ যাম — এই বাক্যটো কথ্যৰূপত ব্যক্তিভেদে বিভিন্ন ধৰণৰ হ'ব পাৰে —

আমি কালিলৈ গুৱাহাটীলৈ ফুৰিবলৈ যাম
আমি কালি গুৱাহাটী ফুৰিব যাম
আমি কালিলে গুৱাহাটীলে ফুৰিব যাম
আমি কাইলে গুৱাহাটী ফুইব যাম... ইত্যাদি

**বয়স অনুসৰি ভাষাৰ কথ্যৰূপৰ ভেদ ঃ**

বয়স অনুসৰিও সাম্প্ৰতিক কথ্য ভাষাৰ ভেদ পৰিলক্ষিত হৈছে। এই ভেদক মূলতঃ আমি দুইধৰণে আলোচনা কৰিব পাৰোঁ।

- যুৱ-প্ৰজন্মৰ মুখৰ কথ্য ভাষা।
- বয়োজ্যেষ্ঠৰ মুখৰ ভাষা।

উল্লেখ্য যে, যুৱ-প্ৰজন্মই সাম্প্ৰতিক সমাজ-সংস্কৃতিলৈ অহা বিভিন্ন পৰিৱৰ্তনক বিনাদ্বিধাই গ্ৰহণ কৰা পৰিলক্ষিত হৈছে। সেয়ে তেওঁলোকৰ ভাষাৰ ক্ষেত্ৰতো সমাজৰ পৰিৱৰ্তনবোৰৰ প্ৰভাৱ স্পষ্ট। অন্যহাতে বয়োজ্যেষ্ঠসকলে প্ৰায়ে অভ্যাসৰ ফলত



পৰম্পৰাগতভাৱে চলি অহা ভাষাটোকে কথ্যৰূপত প্ৰয়োগ কৰে। উদাহৰণস্বৰূপে, *তোমাৰ কাপোৰযোৰ ভাল লাগিছে* — এই বাক্যটোক বৰ্তমানৰ যুৱ সমাজে তলত লিখা ধৰণেৰে ব্যৱহাৰ কৰা দেখা গৈছে। —

- তোমাৰ ড্ৰেছযোৰ ভাল লাগিছে
- তোৰ ড্ৰেছটোত চাল পৰিছে দেই
- তোৰ ড্ৰেছটো চাল বে'
- কিছু ঝাক্কাচ্ লাগিছে তোৰ ড্ৰেছটো
- তেৰ ড্ৰেছটো কিছু চালিয়া বে'.. ইত্যাদি

কিন্তু একেটা বাক্যকে বয়সস্থ ব্যক্তি এজনে এনেদৰেহে ক'ব —

- সাজযোৰে তোমাক শুৱাইছে
- তোমাৰ কাপোৰযোৰ ভাল লাগিছে... ইত্যাদি।

অৱশ্যে এইক্ষেত্ৰত ব্যতিক্ৰমো নথকা নহয়।

**লিঙ্গ অনুসৰি ভাষাৰ কথ্যৰূপৰ ভেদ ঃ**

বয়সৰ দৰে ব্যক্তি লিঙ্গইও ভাষা একোটাৰ কথ্যৰূপৰ ক্ষেত্ৰত পৰিৱৰ্তন সাধন কৰে। এইক্ষেত্ৰত পুৰুষে বিনাদ্বিধাই ক'ব পৰা শব্দ কিছুমান নাৰীয়ে ক'ব নোৱাৰে বা নাৰীয়ে প্ৰায়ে স্বাৰ্থিক প্ৰত্যয় আদি ব্যৱহাৰ কৰি ভাষাটো কিছু কোমল কৰা দেখা যায়।

**পৰিৱেশ অনুসৰি ভাষাৰ কথ্য ৰূপৰ ভেদ ঃ**

ভাষা একোটাৰ কথ্যৰূপৰ পৰিৱৰ্তনত পৰিৱেশ একোটায়ো প্ৰভাৱ বিস্তাৰ কৰে।

উদাহৰণস্বৰূপে, সত্ৰ এখনৰ সাত্বিক পৰিৱেশ এটাৰ ভাষা আৰু চহৰৰ ভাষা একে নহয়।

**অঞ্চল অনুসৰি কথ্য ৰূপৰ ভেদ ঃ**

ভৌগোলিক, সামাজিক, ৰাজনৈতিক আদি বিভিন্ন কাৰকৰ ফলত অঞ্চলভেদে ভাষা একোটাৰ বিভিন্ন আঞ্চলিক ৰূপ দেখা যায়। অসমীয়া ভাষাতো *উজনি অসমৰ উপভাষা* আৰু *নামনি অসমৰ উপভাষা,* — এই দুটা উপভাষিক ৰূপ দেখা যায়। উজনি অসমৰ ভাষাকো অঞ্চলভেদে শিৱসাগৰীয়া, ডিব্ৰুগড়, যোৰহটীয়া আদি আৰু নামনিৰ ভাষাকো কামৰূপীয়া, গোৱালপৰীয়া বা দেশী ইত্যাদি ভাগত ভাগ কৰা হৈছে। আকৌ এনে একোটাহঁত আঞ্চলিক ৰূপৰ ভিতৰতো ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চল বিশেষে ভাষাৰ কথ্য ৰূপৰ ভিন্নতা পৰিলক্ষিত হয়।

ওপৰত ব্যক্তি, লিংগ, পৰিৱেশ, অঞ্চল, বয়স ইত্যাদি বিভিন্ন দিশে যে ভাষা একোটাৰ কথ্যৰূপলৈ পৰিৱৰ্তন আনিব পাৰে সেয়া দেখুওৱা হৈছে। অৱশ্যে ইয়াত উল্লেখ কৰা দিশকেইটাতহে ভাষা একোটাৰ কথ্যৰূপৰ পৰিৱৰ্তন হয়, সেয়া নহয়। তথাপিও বিহঙ্গম দৃষ্টিত মুখ্যতঃ এনেবোৰ দিশতেই ভাষা একোটাৰ কথ্যৰূপৰ পৰিৱৰ্তন হয় বুলিব পাৰি।

কথ্যৰূপৰ এনে বিভিন্ন দিশত হোৱা পৰিৱৰ্তনৰ ভিতৰত যুৱ-প্ৰজন্মৰ মাজত

অসমীয়া ভাষাটোৱে কেনেদৰে পৰিৱৰ্তিত হৈছে, সেয়া আলোচনা কৰাৰ প্ৰয়াস কৰা হ'ব।

**২.১ যুৱ-প্ৰজন্মৰ মাজত অসমীয়া কথ্য ভাষা ঃ**

অসমীয়া ভাষাটোৰ পৰম্পৰাগত শৈলী, উচ্চাৰণ, জঁতুৱা প্ৰয়োগ, ব্যাকৰণ আদিৰে ভাষাটোৰ যি সৌষ্ঠৱ তথা কালিকা সেয়া বৰ্তমান যুৱ চামৰ মাজত যথেষ্ট পৰিৱৰ্তন হৈছে। তাৰ লগে লগে কিছুমান নতুন নতুন শব্দ আৰু ৰূপৰ ব্যৱহাৰ, পৰম্পৰাগত বা অসমীয়া ভাষাৰ আদৰ্শ বাক্য-গাঁথনিৰ ঠাইত নতুন ধৰণৰ বাক্যৰ প্ৰয়োগকে ধৰি ব্যাকৰণগত দিশৰো বিভিন্ন পৰিৱৰ্তন পৰিলক্ষিত হৈছে। যুৱ-প্ৰজন্মৰ মাজত হোৱা ভাষাটোৰ এনে পৰিৱৰ্তনক তলত দিয়াৰ দৰে শ্ৰেণীবিভক্ত কৰি আলোচনা কৰিব পাৰি —

**২.১.১ উচ্চাৰণৰ দিশত হোৱা পৰিৱৰ্তন ঃ**

সাম্প্ৰতিক সময়ৰ যুৱচামৰ কথ্য ভাষাত অসমীয়া ভাষাৰ পৰম্পৰাগত উচ্চাৰণৰ যথেষ্ট পৰিৱৰ্তন হৈছে। সচৰাচৰ দেখা পোৱা এনে পৰিৱৰ্তন কিছুমান তলত দেখুওৱা হৈছে।

● শ, ষ, স - ৰ উচ্চাৰণ চ(S) হৈছে। যেনে —
শৰ্মা > চৰ্মা
শইকীয়া > চইকীয়া
শিৱসাগৰ > চিব্‌চাগৰ... ইত্যাদি

● অ > আ, যেনে —
অহা-যোৱা > আহা-যোৱা
জনা আছে > জানা আছে
কন্দা-কটা > কান্দা-কাটা
বন্ধাকবি > বান্ধাকবি
প্ৰিয়ংকা > প্ৰিয়াংকা
ককা > কাকা ... ইত্যাদি

● ঢ়/ ৰ্হ > ৰ, যেনে —
বুঢ়া > বুৰা
পঢ়া-শুনা > পৰা-চুনা... ইত্যাদি

● নাসিক্য ধ্বনিৰ উচ্চাৰণ নাইকিয়া হৈছে, যেনে —
পাঁচ > পাচ
দাঁত > দাত... ইত্যাদি

● ও > উ, যেনে —
চোতাল > চুতাল
সপোন > চপুন
দোস্ত্ > দুস্ত্



**২.১.২ শব্দৰ দিশত হোৱা পৰিৱৰ্তন ঃ**

সম্প্ৰতি যুৱ-প্ৰজন্মৰ মাজত অসমীয়া ভাষাটোৰ শব্দ সম্ভাৰেও এক নতুন ৰূপ লৈছে। এইক্ষেত্ৰত বিশেষভাৱে সুন্দৰ অসমীয়া শব্দ থকাৰ পিছতো ইংৰাজীকে ধৰি অন্য ভাষাৰ শব্দৰ মাত্ৰাধিক প্ৰয়োগ, শব্দৰ সংক্ষিপ্ত ৰূপৰ অধিক ব্যৱহাৰ আৰু যুৱ প্ৰজন্মই নিজে সৃষ্টি কৰা শব্দবোৰৰ আলোচনা গুৰুত্বপূৰ্ণ হ'ব।

**২.১.২.১ ইংৰাজীকে ধৰি অন্য ভাষাৰ শব্দৰ মাত্ৰাধিক প্ৰয়োগ ঃ**

যুৱ-প্ৰজন্মৰ কথ্য ভাষাৰ ব্যৱহৃত শব্দৰাজিৰ মাজত ইংৰাজী ভাষাকে ধৰি বিভিন্ন ভাষাৰ শব্দৰ মাত্ৰাধিক প্ৰয়োগ লক্ষ্য কৰা যায়। যুৱপ্ৰজন্মই ব্যৱহাৰ কৰা ইংৰাজী, হিন্দী, বাংলা, আৰবী-পাৰ্চী আদি বিভিন্ন ভাষাৰ শব্দৰ ভিতৰত ইংৰাজী ভাষাৰ শব্দৰ প্ৰয়োগ অন্য ভাষাতকৈ যথেষ্ট বেছি হোৱা দেখা যায় —

**➢ ইংৰাজী ভাষাৰ শব্দৰ প্ৰয়োগ ঃ**

Finish কৰি দিয়া, Bore লগা, সকলো fitting কৰিবা, Wish কৰা, Miss guide কৰা, Scopeপোৱা, party দিয়া, Tregedy ফলা ইত্যাদি।

**➢ আৰবী-পাৰ্চী, হিন্দী ভাষাৰ শব্দ প্ৰয়োগৰ উদাহৰণ ঃ**

খাচ মানুহ, পক্কা বন্দৱস্ত কৰ, কি জামানা, ইজ্জত দিয়া, গদ্দাৰী কৰা, দেমাকী দেখুওৱা, গেহেৰা, খটৰনাক, নটংকি, হাড়ামী, কি খবৰ দোস্ত/য়াৰ, বেইমান, ঘাটীয়া, ফিদা, ৰিস্তা, ধামাকা ইত্যাদি।

**➢ বাংলা ভাষাৰ শব্দ প্ৰয়োগৰ উদাহৰণ ঃ**

● তোৰ মাথা হ'ব
● তোৰ মূৰাটো কৰি আছো
● তোৰ মূৰ গুৱা কৰি দিম
● চাল্লা (গালি) দম্ দেখুৱাইছ
● কি চক্কৰ চলিছে, আৰে বাবা... ইত্যাদি

**২.১.২.২ সংক্ষিপ্ত ৰূপত শব্দৰ অধিক ব্যৱহাৰ ঃ**

বৰ্তমান যুৱ প্ৰজন্মৰ মাজত শব্দ বিলাকৰ সংক্ষিপ্ত ৰূপৰ ব্যৱহাৰ প্ৰায়েই দেখা যায়। এনে ক্ষেত্ৰত বহুতো সংক্ষিপ্ত ৰূপ যুৱচামে নিজে উলিয়াই লোৱা দেখা গৈছে। যেনে —

বি.বি.চি. (বিৰহ বেদনাত ক্লান্ত)- নক'বি ভাই একদম বি.বি.চি. বুজিছ।

বি.বি.চি. (আৰ কথা তাক লগাই থকা লোক)- খবৰটো বি.বি.চি.ত দি দিব লাগিব।

বি.ডি.অ. (বেকাৰ ডেভেলপমেণ্ট অফিচাৰ)- এম. এ. কম্প্লিট কৰি বি.ডি.অ. হ'ব লাগিব।

আফা (AAFA: All Assam Faltu Association)

আৰ. জে. (Radio Jockey)

বম (bombastic)
এক্জাম (examination)
হেনকি (handkerchief)
ৰিকি (rikshaw)
প্ৰছ (prostitute)
পৰ্ণ (pornography)
লেব (laboratory)
এ্যড (advertisement)
চেম (semester)
পি. চি. (p.c.- personal computer)
চে'ল (cell phone)... ইত্যাদি

**২.১.২.৩ যুৱ-প্ৰজন্মই নিজে সৃষ্টি কৰা শব্দ ঃ**

অভিধানত নথকা, ব্যাকৰণৰ কোনো নিয়মত বান্ধিব নোৱাৰা সম্প্ৰতি যুৱচামৰ কথ্য ভাষাটোৰ এক বিশিষ্টতা হ'ল যুৱচামে নিজাববীয়াকৈ সৃষ্টি কৰি লোৱা শব্দৰাজি। পুৰণিচাম এই ধৰণৰ শব্দৰ লগত অভ্যস্ত নহ'লেও যুৱচামৰ মাজত কিন্তু এইশব্দবোৰ অনানুষ্ঠানিকভাৱে সুন্দৰকৈ চলি আছে। এই ধৰণৰ শব্দৰাজিক দুইধৰণেৰে ভাগ কৰিব পাৰি —

(ক) সংক্ষিপ্তকৃত ৰূপৰ শব্দ
(খ) স্ব-অৰ্থ আৰোপিত শব্দ

(ক) সংক্ষিপ্তকৃত ৰূপৰ শব্দ

বি.বি.চি. (বিৰহ বেদনাত ক্লান্ত)- নক'বি ভাই একদম বি.বি.চি. বুজিছ
বি.বি.চি. (আৰ কথা তাক লগাই থকা লোক) - খবৰটো বি.বি.চি.ত দি দিব লাগিব।
বি.ডি.অ. (বেকাৰ ডেভেলপমেণ্ট অফিচাৰ)- এম. এ. কম্প্লিত কৰি বি.ডি.অ. হ'ব লাগিব।
আফা (AAFA: All Assam Faltu Association)
পহু (PAHU: Pre Adult Hostel Union)

(খ) স্ব-অৰ্থ আৰোপিত শব্দ ঃ

চাল (দেখিবলৈ ভাল লগা অৰ্থত) - কিছু চাল পেলাইছে বে।
ঝাক্কাচ (উপভোগ্য অৰ্থত) - কিছু ঝাক্কাচ পাৰ্টি দিলে কিন্তু দেই।
মস্তি (উপভোগ কৰা অৰ্থত)- আৰে ভাই, লাইফত কেইদিন থাকিবি, মস্তি কৰিব লাগে।
বিন্দাচ্ (অতি ভাল অৰ্থত, চিন্তা-ভাৱনা নথকা অৰ্থত)- ইমান টেনচন কেলে লৈছ, বিন্দাচ্ থাক না।



চালিয়া (মোহনীয়)- কিছু চালিয়া ফিগাৰ দেই।
গুলি (ধুনীয়া অৰ্থত)- মালটো কিন্তু গুলি আছে।
টেমা (মূৰ অৰ্থত)- তোৰ টেমাটো কৰিছ।
মুৰ্গা (বুৰ্বক অৰ্থত)- ভাল মুৰ্গা বনালে কিন্তু তোক।
বেম্ব' (ফচি যোৱা অৰ্থত)- আজি বেম্ব' পৰিল বুজিছ, পাঁচজনীক খুৱাবলগীয়া হ'ল।
লেবেল (বেছি দেখুওৱা অৰ্থত)- তাৰযে লেবেলটো অলপ বেছি।
চেটেপ্ (শেষ হোৱা অৰ্থত)- চব চেটেপ্ হৈ গ'ল বুজিছ'।
ঝেং (খেলিমেলি লগা অৰ্থত)- গোটেইখন কিবা ঝেং হৈ গ'ল বুজিছ।
মক্কেল (বুৰ্বক অৰ্থত) - ঐ মক্কেল এটা আহিছে, চা।
লাফ্ৰা (কাজিয়া লগা অৰ্থত)- তালৈ গৈ লাফ্ৰাত ফচি গ'লো বুজিছ...। ইত্যাদি
এনেধৰণৰ আন কিছুমান শব্দ হৈছে —
কামোৰ, বৈদ্য, নাঙ্খা, লিঙালিং, হেং, পাত্তা, তৰকিব, চটোৱা, ঝক মৰা, কুফা... ইত্যাদি

**২.১.৩ ব্যাকৰণৰ দিশত হোৱা পৰিৱৰ্তন ঃ**

উচ্চাৰণ, শব্দ আদিৰ দৰে সম্প্ৰতি অসমীয়া ভাষাৰ বৈয়াকৰণিক গাঁথনিৰ ক্ষেত্ৰতো যথেষ্ট পৰিৱৰ্তন দেখিবলৈ পোৱা গৈছে। ধাতু, প্ৰত্যয়-উপসৰ্গ, সৰ্বনাম, বিশেষণ আদি ব্যাকৰণৰ বিভিন্ন দিশত সম্প্ৰতি ভাষাটোলৈ পৰিৱৰ্তন অহা পৰিলক্ষিত হৈছে। ইয়াত তেনে দিশবোৰ পোহৰলৈ অনাৰ প্ৰয়াস কৰা হৈছে।

**২.১.৩.১. ধাতুৰ ক্ষেত্ৰত পৰিৱৰ্তন ঃ**

বৰ্তমানৰ অসমীয়া ভাষাত বিভিন্ন ভাৱ প্ৰকাশক নতুন নতুন ধাতুৰ ব্যৱহাৰ হোৱা দেখা যায়। এনেক্ষেত্ৰত অন্য ভাষাৰ পৰা অহা ধাতুবোৰ উল্লেখনীয়। যেনে —

চম্ভাল্ (পৰিস্থিতি নিয়ন্ত্ৰণ কৰ্)
ফঁচ্ (ফান্দত পৰ্)
পত্ (সন্মত হ')
পস্তা (অনুতাপ কৰ্)
বনা (তৈয়াৰ কৰ্)
কামা (অৰ্জন কৰ্)... ইত্যাদি

**২.১.৩.২ প্ৰত্যয় ঃ**

বৰ্তমান যুৱ-প্ৰজন্মৰ কথ্য ভাষাত নতুন নতুন প্ৰত্যয়ৰ আগমন ঘটিছে। এই প্ৰত্যয়বোৰক প্ৰয়োগৰ ধৰণ অনুসৰি উপসৰ্গ আৰু পৰসৰ্গত ভাগ কৰি আলোচনা কৰিব পাৰোঁ।

**(ক) উপসৰ্গ ঃ**

বে ঃ বে-কচুৰ, বে-হুদা, বে-ইজ্জত, বে-মান,
না ঃ না-পাটা... ইত্যাদি

(খ) পৰসৰ্গ ঃ

গিৰি ঃ দাদাগিৰি, গুণ্ডাগিৰি, বিবিগিৰি

-চে ঃ সবচে, কমচে-কম ... ইত্যাদি

(গ) নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ

সম্প্ৰতি নৱপ্ৰজন্মই অসমীয়া ভাষাৰ বিভিন্ন নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ সলনি য'তে-ত'তে কেৱল - টা,-টি,-টো প্ৰত্যয়ৰে কাম চলাই দিয়ে। উদাহৰণস্বৰূপে -

তাই এটা বেলেগ বস্তু দেই।

চকাটো গ'ল।

ভাতটো বাহ।

কিতাপটো ব'ৰ।

দাৰিটো কাটি দে... ইত্যাদি।

(ঘ) সম্বন্ধবাচক-নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ প্ৰয়োগো যুৱ-প্ৰজন্মৰ কথ্য ভাষাত নাইকিয়া হৈছে। উদাহৰণস্বৰূপে—

তাৰ চচুৰ বুৰ্হা (শহুৰেক)

তোমাৰ মা (-ৰা/-এৰা ব্যৱহাৰ নকৰে)... ইত্যাদি

২.১.৩.৩. কাৰক-বিভক্তি ঃ

বৰ্তমান সময়ত যুৱ-প্ৰজন্মৰ মাজত কথ্যৰূপলৈ লক্ষ্য কৰিলে দেখা যায় যে অসমীয়া ভাষাৰ যি কাৰক-বিভক্তিৰ প্ৰয়োগ সেই প্ৰয়োগ বৰ্তমান সময়ত হোৱা দেখা নাযায়। তলত এই বিষয়ে আলোচনা কৰা হ'ল।

(ক) বৰ্তমান সম্প্ৰদান কাৰকৰ - লৈ বিভক্তিৰ সলনি অধিকৰণ কাৰকৰ- ত বিভক্তি ব্যৱহাৰ হোৱা দেখা যায়। যেনে —

| শুদ্ধ ৰূপ | যুৱচামৰ মাজত প্ৰচলিত ৰূপ |
|---|---|
| সি ঘৰলৈ গ'ল | সি ঘৰত গ'ল |
| পাণ বজাৰলৈ যাবি | পাণ বজাৰত 'যাবি |

(খ) ইয়াৰ উপৰি অন্য বিভক্তিৰ প্ৰয়োগতো ভুল হোৱা দেখা যায়। যেনে —

কৰ্ম কাৰকৰ - ক, - অক আদি প্ৰয়োগ বৰ্তমান সময়ৰ যুৱ-প্ৰজন্মৰ কথ্য ভাষাত নাইকিয়া হৈছে। উদাহৰণস্বৰূপে —

| শুদ্ধ ৰূপ | যুৱচামৰ মাজত প্ৰচলিত ৰূপ |
|---|---|
| ঘৰত ভণ্টিক বিয়া দিবলৈ আছে | ঘৰত ভণ্টি বিয়া দিব আছে |
| পুলিচক দেখি সকলো পলাল | পুলিচ দেখি চব ভাগিল |

(গ) অধিকৰণ কাৰকৰ - এ বিভক্তৰ প্ৰয়োগো যুৱচামৰ কথ্য ভাষাত নাইকিয়া হৈছে। উদাহৰণস্বৰূপে—

| শুদ্ধ ৰূপ | যুৱচামৰ মাজত প্ৰচলিত ৰূপ |
|---|---|



| | |
|---|---|
| বাৰে বাৰে | বাৰ বাৰ |
| দিনে ৰাতিয়ে | দিন ৰাত |

২.১.৩.৪ সৰ্বনাম ঃ

যুৱচামৰ কথ্য ভাষাত সৰ্বনামৰ প্ৰয়োগতো নতুনত্ব আহিছে। উদাহৰণস্বৰূপে —

| | |
|---|---|
| কলে যোৱা | (কলৈ যোৱা) |
| যেনকে | (যেনেকৈ) |
| তেনকে | (তেনেকৈ) |
| যিতি , যাতা | (যিকোনো) |
| সিটো | (সেইটো) ... ইত্যাদি |

২.১.৩.৫ নতুন বিশেষণ ঃ

পৰম্পৰাগত আৰু প্ৰচলিত বিশেষণবোৰৰ উপৰি বৰ্তমানৰ যুৱপ্ৰজন্মৰ মাজত বিভিন্ন নতুন নতুন বিশেষণৰ প্ৰয়োগ দেখা গৈছে। তেনে কিছুমান বিশেষণ হৈছে —

চবচে - সি চবচে ভাল।

তামাম - তই যে তামাম মিছা কথা কঅ' ৰে।

কমতি - বৰ কমতি নম্বৰ দিলে বে।

চালিয়া - কি চালিয়া চাৰ্ট লগাইছ বে।

ব'ম - ব'ম চাল বে।

ম'স্ত - ম'স্ত মোবাইল লৈছ বে ... ইত্যাদি।

২.১.৩.৬ নতুন দ্বিৰুক্তিবাচকত শব্দৰ নিৰ্মাণ ঃ

অসমীয়া ভাষাত আগতে নথকা কেতবোৰ নতুন দ্বিৰুক্তিবাচক শব্দৰ নিৰ্মাণ আৰু এইবোৰৰ ব্যৱহাৰ হোৱা দেখা গৈছে। এইক্ষেত্ৰত অন্যভাষাৰ শব্দৰ লগত অসমীয়া বিভক্তি-প্ৰত্যয় লগ লগাই এনে শব্দ সৃষ্টি কৰা দেখা গৈছে।

যেনে — ৰাতা-ৰাতি, ফাটা-ফাটি, ফ্ৰন্টা-ফ্ৰন্টি, ফোনা-ফোনি ইত্যাদি।

২.১.৩.৭ নতুন ধৰণৰ জঁতুৱা প্ৰয়োগ ঃ

অসমীয়া ভাষাত বৰ্তমান সময়ত নতুন নতুন শব্দ সৃষ্টি ব্যৱহাৰ কৰাৰ দৰে তেনে শব্দৰ বাবে নতুন জঁতুৱা ৰূপ কিছুমানো সাম্প্ৰতিক সময়ৰ যুৱচামে ব্যৱহাৰ কৰা দেখা গৈছে। এনে কিছুমান উদাহৰণ তলত আগবঢ়োৱা হ'ল —

**মুৰ্গী বনা** (আনক ধেমালিতে ঠগা অৰ্থত) - আজি এটাক ভাল মুৰ্গী বনালো চাল্লা।

**টুপী পিন্ধ** (আভুৱা ভৰা, আনক মিছা কথা কৈ ঠগা কাৰ্য) - আনক টুপী পিন্ধাওঁতে পিন্ধাওঁতে আজি মোকে টুপী পিন্ধাই দিলে।

**আফা মাৰ্** (ফুটনি, ডাংকোপ, কথা বঢ়াই কোৱা আদি অৰ্থত) - বেছি আফা মাৰি নাথাকিবি।

চেণ্টি ফাল্ (একতা দেখুওৱাৰ অৰ্থত) - সিহঁতে বেয়া ডিৰ্পাটমেণ্ট চেণ্টি ফালিছে।

হাৱাত চল্ (ওপৰতে চলি থকা) - কিবা এটা কৰ, হাৱাত চলিবি নেকি।

চাকো মাৰ্ (আনৰ সামগ্ৰী সৰকোৱা) - হেয়াৰ অইল নায়েই, চাকো মাৰি মাৰিয়েই চলি আছোঁ।

চাল পেলা (আকৰ্ষণীয় হৈ থকা, আনৰ দৃষ্টিত পৰিবলৈ চেষ্টা কৰা) - আজি যে কিছু চাল পেলাইছা, একদম ফিদা হৈ গৈছোঁ।

এনেধৰণৰ দেধাৰ উদাহৰণ সাম্প্ৰতিক যুৱচামৰ ভাষাত দেখিবলৈ পোৱা যায়। তেনে ধৰণৰ আন কিছুমান ৰূপ হ'ল - ব'ম দে, হেন মাৰ, চুতলামি কৰ, বকৰা বনোৱা আদি।

**২.১.৩.৮ নতুন ধৰণৰ স্বাৰ্থিক প্ৰত্যয়ৰ ব্যৱহাৰ ঃ**

সম্প্ৰতি যুৱচামৰ ভাষাত কিছুমান নতুন ধৰণৰ স্বাৰ্থিক প্ৰত্যয়ৰ ব্যৱহাৰ দেখা গৈছে। যেনে —

(ক) জোৰকৈ ক'বলৈ নতুনকৈ পূৰ্বৰ না নঞাৰ্থক ৰূপটো সম্প্ৰতি স্বাৰ্থিক প্ৰত্যয় হিচাপে প্ৰয়োগ হোৱা দেখা যায়। যেনে — বলানা, খোৱানা, কৰিমনা

(খ) ৰে ঃ খানা-পিনা কি চলিছে ৰে

(গ) আব্বে ঃ আব্বে কেচ কি বে মা

(ঘ) বে ঃ কি কথা কঅ' বে... ইত্যাদি

**২.১.৪ বাক্যৰ দিশত হোৱা পৰিৱৰ্তন ঃ**

যুৱচামৰ মাজত প্ৰচলিত শব্দ, জঁতুৱা ৰূপবোৰৰ দৰে বাক্যৰ ক্ষেত্ৰতো বহুতো পৰিৱৰ্তন হোৱা দেখা গৈছে। অসমীয়া ভাষাৰ আদৰ্শ বাক্য গাঁথনিৰ পৰিৱৰ্তে বিভিন্ন ভাষাৰ শব্দ মিশ্ৰিত বাক্য, ক্ৰিয়াবিহীন বাক্য, সম্পূৰ্ণ ইংৰাজী ঠাঁচৰ বাক্য, নতুন ধৰণৰ সৰ্বনামযুক্ত বাক্যৰ প্ৰয়োগ আজিৰ যুৱচামে প্ৰায়েই কথোপকথনত ব্যৱহাৰ কৰা দেখা গৈছে। এনেধৰণৰ বিভিন্ন বাক্যৰ কেইটিমানৰ উদাহৰণ তলত আগবঢ়োৱা হ'ল —

**২.১.৪.১ বিভিন্ন ভাষাৰ শব্দ মিশ্ৰিত বাক্য ঃ**

বৰ্তমান বিভিন্ন ভাষাৰ শব্দ সানমিহলি কৰি বাক্যত ব্যৱহাৰ কৰাটো যুৱচামৰ ভাষাত পৰিলক্ষিত হয়। যেনে —

- দিনত two times ভাত খাও।
- কালি dinner অত খুব মস্তি কৰিলো।
- মোৰ mood ঠিক নাই, খালাচ কৰি দিম।
- কি মক্কেল বে মোৰ Father অক নাজানে।
- মই Mon day morning অত যাম... ইত্যাদি।

**২.১.৪.২ ক্ৰিয়া বিহীন বাক্যৰ অত্যধিক ব্যৱহাৰ ঃ**

অসমীয়া ভাষাত ক্ৰিয়াবিহীন বাক্যৰ যে ব্যৱহাৰ একেবাৰে নাছিল, সেয়া নহয়। আজি বৰ ৰ'দ, আজি বৰ গৰম-আদিৰ দৰে বাক্য পূৰ্বতেও অসমীয়া ভাষাত ব্যৱহাৰ হৈছিল যদিও বৰ্তমান তেনে প্ৰয়োগ অতি বেছি হোৱা দেখা গৈছে। যেনে —

- কি মক্কেল বে'
- একদম বাজে
- কি যে লীলা... ইত্যাদি

**২.১.৪.৩ ইংৰাজী ঠাঁচৰ বাক্য ঃ**

ইংৰাজী ঠাঁচৰ বাক্য অকণোদই স্তৰৰ অসমীয়া ভাষাতো দেখা গৈছিল। কিন্তু অতি সম্প্ৰতি যুৱচামৰ ভাষাত এই প্ৰয়োগ অত্যধিক ৰূপত হোৱা দেখিবলৈ পোৱা গৈছে। বিভিন্ন কাৰণত এনে হ'ব পাৰে। সি যি কি নহওক এনেধৰণৰ উদাহৰণ কিছুমান তলত আগবঢ়োৱা হৈছে —

- সি গ'ল ঘৰ বে
- আছে নহয় তাৰ পাৰ্তনাৰ ... ইত্যাদি

**২.১.৫ অৰ্থৰ দিশত হোৱা পৰিৱৰ্তন ঃ**

সম্প্ৰতি যুৱ-প্ৰজন্মৰ মুখত ব্যৱহৃত কিছুমান শব্দই যি অৰ্থ বহন কৰে, সেয়াও বৈশিষ্ট্যপূৰ্ণ। সাধাৰণতে এটা শব্দৰ যি অৰ্থ সেয়া তেওঁলোকে অন্য এটা অৰ্থ বুজাবৰ বাবেহে প্ৰয়োগ কৰে। এই অৰ্থ অভিধানত নাথাকে। উদাহৰণস্বৰূপে—

ফায়াৰ (মূল ইং- অৰ্থ ঃ জুই, গুলী বৰ্ষণ; যুৱ প্ৰজন্মৰ ভাষাত ঃ খঙত থকা অৰ্থত) - সি আজি তাইৰ ওপৰত ফায়াৰ।

গিয়েৰ (মূল ইং- অৰ্থ ঃ গাড়ীৰ বেগ নিয়ন্ত্ৰণৰ সঁজুলি; যুৱ প্ৰজন্মৰ ভাষাত ঃ নিচাসক্ত অৱস্থাত থকা অৰ্থত) - সি কালি ফুল গিয়েৰত আছিল।

গৰম (মূল অৰ্থ ঃ উষ্ণ; যুৱ প্ৰজন্মৰ ভাষাত ঃ হুলস্থুল, উত্তেজনা, খঙাল অৰ্থত) যেনে —

- চাৰা ইণ্ডিয়া গৰম
- ঘটনাটোক লৈ হোষ্টেল গৰম
- ঘৰত দাদা গৰম

এনেদৰে প্ৰচলিত অৰ্থৰ শব্দবোৰে সম্প্ৰতি যুৱচামৰ ভাষাত একো একোটা সুকীয়া অৰ্থ লাভ কৰা দেখা গৈছে।

**৩.০ সংবাদ মাধ্যমত অসমীয়া ভাষা ঃ**

সম্প্ৰতি সংবাদ মাধ্যমত অসমীয়া ভাষাৰ ৰূপৰ যথেষ্ট পৰিৱৰ্তন ঘটিছে। প্ৰভাৱশালী গণমাধ্যমবোৰে বৃহৎ সংখ্যক জনসমষ্টিক সামৰি লয়। গতিকে সংবাদ মাধ্যমত অসমীয়া ভাষাৰ ভুল প্ৰয়োগ জনসাধাৰণৰ মাজত বিৰূপ প্ৰভাৱ পেলাব পাৰে। গণমাধ্যমৰ ভুল প্ৰয়োগবোৰেই প্ৰচলিত হৈ হৈ এটা সময়ত শুদ্ধ ৰূপ যেন হৈ পৰে। এয়া ভাষা এটাৰ বাবে শুভ লক্ষণ নহয়। এই আলোচনাত সম্প্ৰতি মুদ্ৰিত আৰু বৈদ্যুতিন দুয়োটা মাধ্যমতে

হোৱা অসমীয়া ভাষাৰ ভুল প্ৰয়োগ সম্পৰ্কে আলোকপাত কৰা হ'ব।

**৩.১ বৰ্তমান অসমীয়া ভাষাৰ সংবাদ-পত্ৰত সততে পৰিলক্ষিত হোৱা অসমীয়া ভাষাৰ ভুল প্ৰয়োগ ঃ**

বৰ্তমান সময়ত সংবাদপত্ৰত পৰিলক্ষিত হোৱা অসমীয়া ভাষাৰ ভুল প্ৰয়োগক তলত দিয়া ধৰণেৰে কেইটামান দিশত আলোচনা কৰিব পাৰি —

৩.১.১ শব্দৰ ভুল প্ৰয়োগ
৩.১.২ বাক্যৰ ভুল প্ৰয়োগ
৩.১.৩ ব্যাকৰণৰ ভুল প্ৰয়োগ
৩.১.৪ আখৰ-জোঁটনিৰ ভুল প্ৰয়োগ
৩.১.৫ যতি চিহ্নৰ ভুল প্ৰয়োগ

**৩.১.১ শব্দৰ-ভুল প্ৰয়োগ ঃ**

বৰ্তমান সংবাদ পত্ৰত শব্দৰ ক্ষেত্ৰত হোৱা ভুল প্ৰয়োগবোৰক আমি সাধাৰণভাৱে দুটা ভাগত আলোচনা কৰিব পাৰোঁ —

**(ক) শব্দৰ অপপ্ৰয়োগ ঃ যেনে —**

- দহবছৰত টীয়কত দ্ৰুতগতিত বাঢ়িল জ্যেষ্ঠতম লোকৰ সংখ্যা (২৮ মাৰ্চ, ২০১১; আমাৰ অসম)—
ইয়াত জ্যেষ্ঠতম শব্দটোৰ তম্ অংশটো অপপ্ৰয়োগ। হ'ব লাগিছিল জ্যেষ্ঠ লোকৰ সংখ্যা।
- দৈন্যতাই ছানি ধৰা অসমৰ উন্নয়নৰ বাবে অগপক জয়ী কৰক (নিৰ্বাচনী প্ৰচাৰৰ বিজ্ঞাপন) —
ইয়াত দৈন্যতা ভুল প্ৰয়োগ, হ'ব লাগিছিল দীনতা।
- বিদ্যুৎপৃষ্ট হৈ যুৱকৰ মৃত্যু (১৮ অক্টোবৰ, ২০১০; আমাৰ অসম) — পৃষ্ট মানে পিহি পেলোৱা, এইক্ষেত্ৰত বিদ্যুৎপৃষ্ট ভুল প্ৰয়োগ, হ'ব লাগে বিদ্যুৎস্পৃষ্ট।

**(খ) অতিৰিক্ত আৰু অতিৰঞ্জিত শব্দৰ প্ৰয়োগ ঃ যেনে —**

- শতকৰা ৭০ শতাংশ ভোটদান (৫ এপ্ৰিল, ২০১১ , আমাৰ অসম) — ইয়াত শতকৰা শব্দটো অতিৰিক্ত প্ৰয়োগ।
- শেষান্তত কোনে মাৰিব শেষ হাঁহি (৮ এপ্ৰিল, ২০১১; আমাৰ অসম) — হ'ব লাগে শেষত কোনে মাৰিব বিজয়ৰ হাঁহি।

**৩.১.২ বাক্যৰ ভুল প্ৰয়োগ ঃ**

সংবাদ পত্ৰৰ বাক্য গঠনৰ এক নিজস্ব শৈলী আছে যদিও বাক্যবোৰৰ মাজতো সততে নানা ভুল পৰিলক্ষিত হয়। যেনে—

- মিচিং ও তিৱাকো দিয়ক বিটিএডি ৰ দৰে পেকেজ (২৮ জুলাই, ২০১০; আমাৰ অসম) — অসমীয়া ভাষাৰ বাক্যত আৰু ৰ পৰিৱৰ্তে ও লিখাটো ভুল প্ৰয়োগ।
- তৃণমূল কংগ্ৰেছৰ চৰকাৰ বনাওক — ভ্ৰষ্টাচাৰৰ পৰা মুক্তি পাওক (নিৰ্বাচনী প্ৰচাৰৰ বিজ্ঞাপন, ৩১ মাৰ্চ, ২০১১; আমাৰ অসম) — ইয়াত বনাওক শব্দটো ভুল প্ৰয়োগ।

**৩.১.৩ ব্যাকৰণৰ ভুল প্ৰয়োগ ঃ যেনে —**

**(ক) বিভক্তিৰ ভুল প্ৰয়োগ ঃ**

- কৃষক নেতাক আটক কৰাৰ ষড়যন্ত্ৰ বিব্ৰত চৰকাৰী পক্ষ (২৩ ডিচেম্বৰ, ২০০৭; অসমীয়া প্ৰতিদিন) ষড়যন্ত্ৰৰ পিছত অধিকৰণ কাৰকৰ সপ্তমী বিভক্তিৰ চিন - ত হ'ব লাগিছিল।
- আমি অসমীয়া ডাবিং হৈ গ'ল (২৩ ডিচেম্বৰ, ২০০৭; অসমীয়া প্ৰতিদিন) — ইয়াত আমি অসমীয়া বাক্যাংশৰ পিছত সমন্ধ পদ বা ষষ্ঠী বিভক্তিৰ চিন ৰ যোগ হ'ব লাগিছিল। কিন্তু ইয়াত 'ৰ' বৰ্জন হৈছে।

**(খ) ব্যাকৰণৰ অন্যান্য দিশৰ ভুল প্ৰয়োগ ঃ যেনে —**

- মিছিং ৰ স্বায়ত্ব শাসন দাবীৰ গ্ৰহণযোগ্যতা কিমান (৯ আগষ্ট, ২০১০; আমাৰ অসম) —কোনো শব্দৰ শেষত - ং থাকিলে সেই শব্দত প্ৰত্যয় বা বিভক্তি যোগ হ'লে অনুস্বৰৰ সলনি ঙ হয়। গতিকে মিছিং ৰ ভুল প্ৰয়োগ। শুদ্ধ প্ৰয়োগ ঃ মিছিঙৰ।

**৩.১.৪ আখৰ জোঁটনিৰ ভুল প্ৰয়োগ ঃ**

**(ক) হ্ৰস্বদীৰ্ঘৰ অভেদ প্ৰয়োগ ঃ**

- উজনিত বৰুণ গান্ধীৰ আদৰণী (১ অক্টোবৰ, ২০১০; আমাৰ অসম)- শুদ্ধ প্ৰয়োগ ঃ আদৰণি
- কালৰো কাল বিপৰিত কাল ... অৱশেষত বোৱাৰীয়েকৰ পাণি গ্ৰহণ কৰিলে শহুৰেকে (২৬ নৱেম্বৰ, ২০০৭; অসমীয়া প্ৰতিদিন); শুদ্ধ ৰূপঃ বিপৰীত

**(খ) দন্ত্য-মূৰ্ধণ্যৰ পাৰ্থক্যহীনতা ঃ**

- নিপুন খনিকৰৰ হাতৰ পৰশত প্ৰাণ পাই উঠিছে দেৱী দুৰ্গাৰ মৃন্ময় মূৰ্তি (১৩ অক্টোবৰ, ২০১০; আমাৰ অসম)
শুদ্ধ প্ৰয়োগ ঃ নিপুণ
- আঙুলিৰ আঘাটৰ বাবে বিশ্বকাপৰ ফাইনেল নেখেলে নেহৰাই (অসমীয়া প্ৰতিদিন)— শুদ্ধ প্ৰয়োগ ঃ আঘাত

**(গ) ৰেফৰ ভুল প্ৰয়োগ ঃ**

- চতুদৰ্শ বৰ্ষপূতি সম্পন্ন (১২ জুলাই, ২০১১; আমাৰ অসম) হ'ব লাগে চতুৰ্দশ
- গুণমুগ্ধৰ খাদ্যৰ্ভ্যাস সলনি কৰি গুৱাহাটী এৰিলে ৰামদেৱে (১১ ডিচেম্বৰ, ২০০৭; অসমীয়া প্ৰতিদিন) - হ'ব লাগে খাদ্যাভাস

(ঘ) যুক্তাক্ষৰৰ ভুল প্ৰয়োগ ঃ যেনে —

- ভুৱা প্ৰতিস্থানৰ নামত বেচৰকাৰী সংগঠনৰ ধন সংগ্ৰহ (২৪ ডিচেম্বৰ, ২০০৭; অসমীয়া প্ৰতিদিন)- শুদ্ধ প্ৰয়োগ ঃ প্ৰতিষ্ঠান

(ঙ) চন্দ্ৰবিন্দুৰ ভুল প্ৰয়োগ ঃ

- চাওতে চাওতে ব'হাগ পালেহি (বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত সংযোজিত এখন ফটোৰ তলত দিয়া বাক্যাংশ (৮ এপ্ৰিল, ২০১১; আমাৰ অসম) - শুদ্ধ প্ৰয়োগ ঃ চাওঁতে চাওঁতে
- এইবাৰ কংগ্ৰেছৰ পৰাজয় নিশ্চিত ঃ মালিগাওঁৰ নিৰ্বাচনী সভাত বক্তব্য ৰাখিলে বিৰোধীয়ে— শুদ্ধ প্ৰয়োগ ঃ মালিগাঁও

৩.১.৫ যতিচিহ্নৰ ভুল প্ৰয়োগ ঃ

এই ক্ষেত্ৰত হাইফেন, কমা উৰ্দ্ধকমা আদিৰ প্ৰয়োগত যথেষ্ট ভুল প্ৰয়োগ দেখা পোৱা যায়। যেনে —

(ক) হাইফেন প্ৰয়োগৰ ভুল ঃ

- ৰাভা মিছিং তিৱাকো লাগে পেকেজ (২০ ডিচেম্বৰ, ২০০৭; অসমীয়া প্ৰতিদিন)- শুদ্ধ প্ৰয়োগ
  ঃ ৰাভা, তিৱা, মিছিং
- বিদেশী সমস্যা অসমত সমস্যা হৈয়ে থাকিব (২২ অক্টোবৰ, ২০০৭; আমাৰ অসম) - শুদ্ধ প্ৰয়োগ
  ঃ বিদেশী-সমস্যা

এনেদৰে কমা, উৰ্ধকমা আদিৰ প্ৰয়োগৰ ক্ষেত্ৰতো ভুল দেখা যায়।

৩.২ বৈদ্যুতিন মাধ্যমত অসমীয়া ভাষাৰ ব্যৱহাৰ ঃ

অসমৰ প্ৰচলিত বৈদ্যুতিন মাধ্যমৰ ভিতৰত আকাশবাণী আৰু দূৰদৰ্শনত অসমীয়া ভাষাৰ ব্যৱহাৰ হয়। আলোচনাত কেৱল দূৰদৰ্শনত প্ৰচাৰিত অসমীয়া ভাষা সম্পৰ্কেহে আলোচনা কৰা হ'ব। দূৰদৰ্শনত লিখিত আৰু কথিত- এই দুয়োটা ৰূপতে অসমীয়া ভাষাৰ ব্যৱহাৰ হয়। দূৰদৰ্শনত অসমীয়া ভাষাৰ কথ্য ৰূপত কিছুমান ত্ৰুটি দেখিবলৈ পোৱা যায়। এইবিলাকৰ ভিতৰত প্ৰথমেই আলোচনা কৰিব পাৰি উচ্চাৰণৰ ভুলৰ কথা—

(ক) ব্যৱহাৰত 'ৱ'ৰ ঠাইত ব উচ্চাৰণ হোৱা দেখা যায়।

(খ) বহুক্ষেত্ৰত 'ৰ'-ৰ উচ্চাৰণ কমকৈ হোৱা দেখা যায়। যেনে -প্ৰয়োগৰ ঠাইত প্ৰয়োগ।

(গ) সাধাৰণতে ৎ-ৰ পিছৰ স, চ হিচাপে উচ্চাৰিত হয়। কিন্তু এইক্ষেত্ৰত উৎসৱ, উৎস, উৎসাহ আদি শব্দৰ ক্ষেত্ৰত প্ৰায়েই স উচ্চাৰণ কৰা দেখা যায়।

(ঘ) সেইদৰে বক্তব্য ৰখা, পৰিলক্ষিত হোৱা দেখা যায়, বাহ্যিকতা, মৌনতা অৱলম্বন কৰা, শতকৰা ৯০% এক অন্যতম ব্যতিক্ৰমী অনুষ্ঠান আদি ভুল পৰিলক্ষিত হয়।



(ঙ) আনহাতে বিভিন্ন ব্যক্তিৰ সাক্ষাৎকাৰ আদি অনুষ্ঠানত ইংৰাজী শব্দৰ প্ৰয়োগ দেখা যায়। অসমীয়া ভাষাত উপযুক্ত শব্দ থকাৰ পিছতো ইংৰাজীৰ ৰূপটোকেই ব্যৱহাৰ কৰা হয়। এনে কেইটামান শব্দৰ উদাহৰণ হ'ল — হাইক'ৰ্ট, চুপ্ৰিম কৰ্ট, চেম্পিয়ন, ড্ৰ' আদি।

(চ) বহুকেইটা ব্যক্তিগত দূৰদৰ্শন কেন্দ্ৰ (private channel)ৰ ঘোষক-ঘোষিকাই ইংৰাজী ভাষাৰ ঠাঁচত so শব্দৰে বাক্য আৰম্ভ কৰা দেখা যায়।

(ছ) তদুপৰি কিছুমান ব্যক্তিগত দূৰদৰ্শন কেন্দ্ৰৰ লিখিত ৰূপত ওলাই থকা বাক্যবোৰত ইংৰাজী শব্দ পোনে পোনে আৰু যধে-মধে ব্যৱহাৰ কৰা দেখা যায়।

৪.০ সাম্প্ৰতিক অসমীয়া ভাষাৰ পৰিৱৰ্তনৰ সাম্ভাব্য কাৰক ঃ

ভাষা স্বাভাৱিকতে পৰিৱৰ্তনশীল। সময়ে সময়ে ভাষা একোটাৰ ক্ষেত্ৰত হোৱা পৰিৱৰ্তনত বিভিন্ন কাৰকে প্ৰভাৱ বিস্তাৰ কৰে। অসমীয়া ভাষাৰ পৰিৱৰ্তনৰ ক্ষেত্ৰতো এনে কিছুমান কাৰক লক্ষ্য কৰা যায়। তলত সেইবোৰৰ উল্লেখ কৰা হ'ল। অৱশ্যে এইবোৰেই সৰ্বশেষ নহয়। এনে কাৰকবোৰৰ কেইটামান হ'ল —

- চিনেমা আৰু দূৰদৰ্শনৰ অনুষ্ঠানৰ প্ৰভাৱ ঃ দূৰদৰ্শনত প্ৰচাৰিত বিভিন্ন অনুষ্ঠান, বিজ্ঞাপন আদিৰ কিছুমান শব্দ বা বাক্যই দৰ্শকৰ মন সহজে আকৰ্ষণ কৰিব পাৰে। এনে বাক্য অথবা শব্দবোৰ পৰৱৰ্তী সময়ত জনসাধাৰণৰ মাজত, বিশেষকৈ যুৱক আৰু কিশোৰচামৰ মাজত জনপ্ৰিয় হৈ উঠা দেখা যায়। উদাহৰণস্বৰূপে, শীতলপানীয় কোকা-কোলাৰ বিজ্ঞাপনৰ ক্ষেত্ৰত প্ৰয়োগ কৰা 'বিন্দাছ' শব্দটোপাছলৈ বহুলভাৱে প্ৰচাৰিত হৈ পৰা দেখা যায়।
- অসমীয়া মাধ্যমৰ বিদ্যালয়ৰ ঠাইত ইংৰাজী মাধ্যমৰ বিদ্যালয়ৰ প্ৰাধান্য ঃ অসমীয়া ভাষাত অতি সম্প্ৰতি আটাইতকৈ বেছি সৰ্বগ্ৰাসী প্ৰভাৱ পেলাইছে ইংৰাজী ভাষাই। ইংৰাজী মাধ্যমৰ বিদ্যালয়ৰ প্ৰাধান্যও এনে হোৱাৰ অন্যতম কাৰণ হ'ব পাৰে।
- প্ৰযুক্তিবিদ্যাৰ লগত জড়িত বিভিন্ন শব্দৰ গুণাগুণক আন অৰ্থত ব্যৱহাৰ কৰাৰ প্ৰৱণতা বৃদ্ধি ঃ সম্প্ৰতি যুৱচামৰ মাজত কম্পিউটাৰ, ম'বাইল আদি দৰে প্ৰযুক্তিবিদ্যাৰ আৱিষ্কাৰৰ লগত জড়িত শব্দ কিছুমান অন্য অৰ্থত ব্যৱহাৰ কৰাৰ প্ৰৱণতা কিছুমান দেখা গৈছে। উদাহৰণস্বৰূপে, ডিলিট, হেং, মেমৰি আদি শব্দবোৰৰ কথা ক'ব পাৰি।
- ইংৰাজী বা তেনেধৰণৰ শব্দ অথবা তেনে ঠাঁচত কথা ক'লে নিজক আনতকৈ বেলেগ যেন লাগিব- এনেধৰণৰ মানসিকতা এটায়ো অতিসম্প্ৰতি যুৱ-সমাজৰ ভাষাটোলৈ পৰিৱৰ্তন আনিছে বুলি ভবাৰ অৱকাশ আছে।

৫.০ উপসংহাৰ ঃ

সাম্প্ৰতিক অসমীয়া ভাষাৰ ভিতৰত যুৱ-প্ৰজন্মৰ মাজত ভাষাটোৰ বহুখিনি

পৰিৱৰ্তন ঘটা দেখা গৈছে। ইয়াৰে কিছু পৰিৱৰ্তনে, যুৱ-প্ৰজন্মৰ ব্যতিৰেকেও আন লোককো স্পৰ্শ কৰা দেখা গৈছে। যেনে — 'বিন্দাচ' শব্দটো। এনে পৰিৱৰ্তনবোৰ কেৱল কথিত ৰূপতে সীমাবদ্ধ হৈ থকা নাই। লিখিত সাহিত্যতো এনে পৰিৱৰ্তনে লাহে লাহে প্ৰৱেশ কৰা দেখা গৈছে। এই পৰিৱৰ্তনৰ মূলতেই হৈছে সমাজ-সংস্কৃতিৰ পৰিৱৰ্তন। বিশ্বায়নৰ সমান্তৰালকে অহা এনে পৰিৱৰ্তনে ভাষাটোক সমৃদ্ধ কৰিছেনে ক্ষতিগ্ৰস্ত কৰিছে, সেই কথা বিচাৰ কৰি চোৱাৰ সময় হৈছে। এই আলোচনাপত্ৰত পৰিৱৰ্তনৰ গতি-প্ৰকৃতিৰ এক সংক্ষিপ্ত আভাসহে আগবঢ়োৱা হ'ল। পৰিৱৰ্তনবোৰৰ ক্ষেত্ৰত এটা কথা উল্লেখ্য যে, ভাষা একোটা যিহেতু কেতিয়াও স্থবিৰ হৈ যাব নোৱাৰে। সেয়েহে কিছুমান পৰিৱৰ্তন স্বীকাৰ কৰি ল'বই লাগিব। উদাহৰণস্বৰূপে বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ কিছুমান শব্দলৈ আঙুলিয়াব পাৰি। কিন্তু এইবোৰো লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে অসমীয়াকৰণ কৰি ব্যৱহাৰ কৰাহে যুগুত। বাক্য-গাঁথনিৰ ক্ষেত্ৰত আদৰ্শ অসমীয়া বাক্য-গাঁথনিয়েই ব্যৱহাৰ কৰিব লাগে। এইক্ষেত্ৰত চৰকাৰে উপযুক্ত নীতিৰে আগবঢ়াৰ সময় উপস্থিত হৈছে। অসম সাহিত্য সভা, বিশ্ববিদ্যালয়ৰ দৰে অনুষ্ঠানবো কৰণীয় আছে। ■

**গ্ৰন্থপঞ্জী ঃ**

(ক) হাকাচাম, ৰাভা উপেন ঃ অসমীয়া আৰু অসমৰ ভাষা উপভাষা
প্ৰথম প্ৰকাশ ঃ ২০০৯



# অসমীয়া অভিধানৰ আখৰ-জোঁটনি ঃ সমস্যা আৰু সমাধানৰ উপায়

**কৰবী গগৈ**, অসমীয়া বিভাগ
চন্দ্ৰকমল বেজবৰুৱা মহাবিদ্যালয়, টীয়ক, যোৰহাট

**০.০ প্ৰস্তাৱনা**

অভিধান হ'ল কোনো এটা ভাষাৰ শব্দ আৰু অৰ্থৰ নিৰ্দেশ থকা পুথি। অভিধান বুজাবলৈ অসমীয়া ভাষাত দুটা শব্দ ব্যৱহাৰ কৰা দেখা যায় — অভিধান (Dictionary) আৰু শব্দকোষ (Lexicon)। ভাষাৰ মূল ভিত্তি শব্দ। অভিধান একোটা ভাষাৰ ভঁৰাল। ভাষা এটাৰ সমৃদ্ধিৰ বিষয়ে ভাষাটোৰ অভিধানৰ সমৃদ্ধিৰ পৰাই বহুখিনি জানিব পাৰি। প্ৰাচীনকালৰে পৰা ভাৰতবৰ্ষত অভিধান প্ৰণয়নৰ চৰ্চা হৈ আহিছে। বৈদিক শব্দকোষ **'নিঘণ্টু'** পৃথিৱীৰ ভিতৰতে শব্দকোষ ৰচনাৰ প্ৰথম প্ৰয়াস। অসমত অভিধান প্ৰণয়নৰ প্ৰথম প্ৰয়াস আৰম্ভ হয় অষ্টাদশ শতিকাত। ১৭৯৫ খ্ৰীষ্টাব্দত গৌৰীনাথ সিংহৰ পৃষ্ঠপোষকতাত টেঙাই পণ্ডিতে **'বৰ অম্ৰ'** আৰু ৰমাই মহনে **'লতি অম্ৰ'** বা **'ফুল অম্ৰ'** ৰচনা কৰে। ইয়াৰ জৰিয়তে অসমত অভিধান প্ৰণয়নৰ বীজ ৰোপিত হয় যদিও অসমীয়া ভাষাৰ প্ৰথম অভিধানখন প্ৰকাশ হয় ১৮৬৭ খ্ৰীষ্টাব্দত। ১৮৬৭ খ্ৰীষ্টাব্দত মাইল্‌ছ ব্ৰন্সনে **'অসমীয়া আৰু ইংৰাজী অভিধান'** (A Dictionary in Assamese and English) প্ৰণয়ন কৰাৰ পৰাই অসমীয়া অভিধান প্ৰণয়নৰ ইতিহাস আৰম্ভ হয়। অৱশ্যে ইয়াৰ পূৰ্বে ১৮১০ চনত ৰুচিনাথ কামৰূপী, ১৮৩৯ চনত জাদুৰাম ডেকাবৰুৱাই অভিধান প্ৰণয়নৰ কাম কৰিছিল যদিও ইবিলাক অপ্ৰকাশিত হৈ ৰ'ল। ১৯০০ চনত হেমচন্দ্ৰ বৰুৱাৰ **'হেমকোষ'** প্ৰকাশ হয়। পৰৱৰ্তী

কালত 'অসম সাহিত্য সভা'ৰ 'চন্দ্ৰকান্ত অভিধান' (১৯৩৩); গিৰিধৰ শৰ্মাৰ 'অসমীয়া অভিধান' (১৯৫২); সত্যেন্দ্ৰনাথ শৰ্মা আৰু নৰেন্দ্ৰনাথ শৰ্মাৰ 'ব্যৱহাৰিক শব্দকোষ' (১৯৭১); মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱশৰ্মা আৰু নৰকান্ত বৰুৱাৰ 'আধুনিক অসমীয়া অভিধান' (১৯৭৭); সুমন্ত চলিহাৰ 'আধুনিক অসমীয়া শব্দকোষ' (১৯৯১); উপেন্দ্ৰনাথ গোস্বামীৰ 'মণি-মাণিক অসমীয়া শব্দকোশ' (১৯৮৯); মহেশ্বৰ নেওগৰ মুখ্য সম্পাদনাত অসম চৰকাৰৰ 'চলন্ত অভিধান' (২০০১); বাণীকান্ত শৰ্মাৰ 'পঢ়াশালিৰ অসমীয়া অভিধান' (২০০৮), দেৱব্ৰত শৰ্মাৰ মুখ্য সম্পাদনাত 'অসমীয়া জাতীয় অভিধান' (প্ৰথম খণ্ড আৰু দ্বিতীয় খণ্ড)(২০১১), শব্দ (xobdo) (২০০৬), অনিল বৰুৱাৰ সম্পাদনাত প্ৰথমখন 'অসমীয়া চফট্‌ৱেৰ অভিধান' (২০১০) আদি প্ৰকাশ হয়।

### ১.০ বিষয় প্ৰৱেশ ঃ

ভাষা এটাৰ শব্দসমূহ সংৰক্ষণ তথা সংবৰ্ধন কৰে ভাষাটোৰ অভিধানে। সাধাৰণতে কোনো ভাষাৰ শব্দ এটাৰ শুদ্ধ বানান বা আখৰ-জোঁটনি সেই ভাষাটোৰ অভিধানত বিচৰা হয়। সেয়ে,অভিধানত আখৰ-জোঁটনিৰ গুৰুত্ব অপৰিসীম। অভিধানত শব্দৰ উচ্চাৰণ, মূল, শব্দৰ জনাজাত ৰূপ বা প্ৰসিদ্ধি, অৰ্থ, ব্যাকৰণগত ৰূপ আদি সকলোৱে বুজি পোৱাকৈ নিৰ্দেশ কৰা হয়। প্ৰস্তুত কৰা গৱেষণা-পত্ৰখনত প্ৰকাশিত অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ বিষয়ে আলোচনা কৰি ইবিলাকৰ আখৰ-জোঁটনিৰ সমস্যা আৰু সমাধানৰ পথৰ সন্ধান কৰিবলৈ লোৱা হৈছে। গৱেষণা-পত্ৰখনত অসমীয়া অভিধানবোৰৰ শতিকা অনুযায়ী কালানুক্ৰমিকভাৱে আলোচনা কৰিবলৈ লোৱা হৈছে।

### ১.১ উনবিংশ শতিকাৰ অসমীয়া অভিধানৰ আখৰ-জোঁটনি ঃ

১৮৬৭ চনত প্ৰকাশিত মাইলছ ব্ৰন্সনৰ 'অসমীয়া আৰু ইংৰাজি অভিধান' অসমীয়া ভাষাৰ প্ৰথম আৰু উনবিংশ শতিকাৰ একমাত্ৰ প্ৰকাশিত অভিধান। এই অভিধানখনত অসমীয়া পণ্ডিত জাদুৰাম ডেকাবৰুৱাৰ আখৰ-জোঁটনি গ্ৰহণ কৰা হৈছে বুলি ইংৰাজী পাতনিত উল্লেখ কৰিছে।[১] ইয়াত উচ্চাৰণকে মূল হিচাপে লৈছিল। উচ্চাৰণৰ ভিত্তিত কৰা অভিধানখনৰ আখৰ-জোঁটনি আছিল এনেধৰণৰ—

(ক) দীৰ্ঘস্বৰ বাদ দি হ্ৰস্বস্বৰৰ ব্যৱহাৰ; যেনে —

কিৰ্তন (কীৰ্তন)
উনৈশ (ঊনৈশ)
অধিকাৰিনি (অধিকাৰিণী)
আয়তি (আয়তী)
বনৰিয়া (বনৰীয়া) আদি।

(খ) চ, ছ > চ ; জ, য > জ ; ণ, ন > ন ; শ, ষ, স > স ৰ ব্যৱহাৰ; যেনে —

চ, ছ > চ
চমহিয়া (ছমহীয়া), চাঁ (ছাঁ), চন্দ (ছন্দ), চবি (ছবি);



জ, য > জ
জঁজা (যঁজা), জতন (যতন), জত (যত), জোগান (যোগান) ;
ণ, ন > ন
অকৰ্মন্য (অকৰ্মণ্য), উদাহৰন (উদাহৰণ), কনা (কণা), কনিকা (কণিকা); শ, ষ, স > স

অসৰনিয়া (অশৰণীয়া), অসুৱনি (অশুৱনি), উসাহ (উশাহ), আদি। অৱশ্যে কিছুমান শব্দত 'শ' ৰক্ষিত হৈছে আৰু সংযুক্তাক্ষৰত 'ষ'ৰ ব্যৱহাৰ হৈছে। যেনে —
শ্লাঘ্য, শ্লোক আৰু অষ্টম, ইষ্ট, কষ্ট আদি।

(গ) য় > য়, ই, অ ; ৱ > ৱ, অ, ও ব্যৱহাৰ ; যেনে — য় > য়, ই, অ

অনিন্দিয়, অনিয়ম, অনিৰ্বচনিয়, কালিয়ন ;
নিৰ্ভই (নিৰ্ভয়), বিনই (বিনয়), বিদ্যালই (বিদ্যালয়), বিসই (বিষয়);
মনিঅৰি (মনিয়ৰি), উৰিআম (উৰিয়াম) আদি। ৱ > ৱ, অ, ও
উৱলা, কলেৱৰ, কেৱল, কোৱাৰি ;

সোঅন (শোৱন), সোঅনি ঘৰ (শোৱনি ঘৰ), কুঁঅৰি (কুঁৱৰী), কুঁঅলি (কুঁৱলী) ; প্ৰস্তাও (প্ৰস্তাৱ), বিভও (বিভৱ), সম্ভও (সম্ভৱ), স্তও (স্তৱ) আদি।

(ঘ) ঞ > ঁ ; ড় > ৰ ; ঢ় > ৰ্হ ; ক্ষ > খ্য ; ৎ > ত ৰ ব্যৱহাৰ ; যেনে —ঞ > ঁ

চিঁয়ৰ (চিঞৰ), টিঁয়া (টিঞা), চিঁয়া (চিঞা), জিঁয়া (জিঞা) আদি। অৱশ্যে, সংযুক্ত বৰ্ণত 'ঞ' ৰ ব্যৱহাৰ কৰিছে। যেনে —

জঞ্জাল (জঞ্জাল), সঞ্জাত (সঞ্জাত), কাঞ্চন, গুলঞ্চ, চঞ্চল আদি। ড় > ৰ
কৰি (কড়ি), কাঁৰ (কাঁড়), গৰ (গড়), নিবিৰ (নিবিড়) আদি। ঢ় > ৰ্হ
কুৰ্হি (কুঢ়ি), দৰ্হাই (দঢ়াই), বৰ্হা (বঢ়া) আদি। ক্ষ > খ্য
ৰুদ্ৰাখ্য (ৰুদ্ৰাক্ষ), লখ্যন (লক্ষ্মণ), সংখ্যেপ (সংক্ষেপ), সাখ্যাত (সাক্ষাত) আদি।
ৎ > ত
তত্‌খ্যনাত (তৎক্ষণাৎ), তাত্‌পৰ্জ্য (তাৎপৰ্য্য), দৈবাত্‌ (দৈবাৎ), সত্‌কাৰ (সৎকাৰ), হঠাত্‌ (হঠাৎ) আদি।

দেখা যায় যে উনবিংশ শতিকাৰ একমাত্ৰ এই অভিধানখনত আখৰ-জোঁটনি উচ্চাৰণৰ ভিত্তিত কৰিছিল।

### ১.২ বিংশ শতিকাৰ অসমীয়া অভিধানৰ আখৰ-জোঁটনি ঃ

ব্ৰন্সনৰ অভিধানৰ তেত্ৰিশ বছৰৰ পিছত ১৯০০ চনত বিংশ শতিকাৰ প্ৰথমখন অভিধান হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' প্ৰকাশ হয়। পৰৱৰ্তী কালত 'অসম সাহিত্য সভা'ৰ 'চন্দ্ৰকান্ত অভিধান' (১৯৩৩); গিৰিধৰ শৰ্মাৰ 'অসমীয়া অভিধান' (১৯৫২); সত্যেন্দ্ৰনাথ শৰ্মা আৰু নৰেন্দ্ৰনাথ শৰ্মাৰ 'ব্যৱহাৰিক শব্দকোষ' (১৯৭১); মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱশৰ্মা আৰু নৰকান্ত বৰুৱাৰ 'আধুনিক অসমীয়া অভিধান' (১৯৭৭); সুমন্ত চলিহাৰ

'আধুনিক অসমীয়া শব্দকোষ' (১৯৯১) আদি অভিধান প্ৰকাশ হয়।

১.২.১ ব্ৰন্সনৰ অভিধানখনে অসমীয়া ভাষাক বিপথগামী কৰিব বুলি নিশ্চিত হৈ হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাৰ আউল ভঙাৰ উদ্দেশ্য লৈ 'হেমকোষ' ৰচনা কৰিছিল।[২] এইসম্পৰ্কেঅভিধানখনৰ পাতনিত কৈছে....."... তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ... এই অসুচল গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্তমান লেখকে 'হেমকোষ' নাম দি এখন ডাঙৰ অভিধান যুগুত কৰে।"

'হেমকোষ'ৰ আখৰ জোঁটনি তিনিপ্ৰকাৰে কৰা হৈছে। এই সম্পৰ্কে অভিধানখনৰ 'ভালকৈ মন দি পঢ়ি মনত ৰাখিবলগীয়া কথা'ৰ 'বৰ্ণবিন্যাসৰ নিয়মবিলাক'ত উল্লেখ কৰিছে। ইয়াত উল্লেখ কৰা বৰ্ণবিন্যাস এনেধৰণৰ —

(ক) উচ্চাৰণ অনুসৰি

(খ) মূল শব্দৰ দৰে

(গ) জনা লোকসকলে বহুদিন চলোৱা নিয়ম মতে।

(ক)উচ্চাৰণ অনুসৰি কৰা আখৰ-জোঁটনিত মূল শব্দৰ জোঁটনিত অসমীয়া শব্দৰ উচ্চাৰণৰ হেৰফেৰ হৈ যোৱা শব্দবোৰৰ মূললৈ নাচাই উচ্চাৰণ অনুসৰি আখৰ-জোঁটনি কৰিছে।[৩] যেনে —

মসূৰ (সংস্কৃত) > মচুৰ
প্ৰৱীণ (সংস্কৃত) > প্ৰবীণ
আৰ্সী (হিন্দী) > আৰ্চী
মাঝ (বঙলা) > মাজ আদি।

(খ) অসমীয়া উচ্চাৰণৰ ব্যতিক্ৰম নহ'লে কিছুমান শব্দ মূলৰ দৰেই ৰাখিছে।[৪] যেনে — কৰ্ম্ম, কৰ্ণ, ছাত্ৰ, চৈত্ৰ আদি। অৱশ্যে ইয়াৰ লগে লগে নিৰ্দিষ্ট স্থানত কাম, কাণ, ছাতৰ, চ'ত আদি শব্দবোৰো অন্তৰ্ভুক্ত কৰিছে।

(গ) প্ৰচলিত হৈ থকা শব্দৰ বৰ্ণবিন্যাসৰ ক্ষেত্ৰত যি শব্দ এটা ৰূপত বহুদিন চলি আছে তাক সেইৰূপেই গ্ৰহণ কৰিছে। যেনে — "ভৰি'; গোটেই ভৰটো লয় বাবে ভৰী, কিন্তু ভৰি চলি আহিছে আৰু উচ্চাৰণতো খেলিমেলি নহয়। সেয়ে ভৰী শব্দটো ভৰি ৰূপেই অন্তৰ্ভুক্ত কৰা হৈছে।[৫]

এইকেইটাৰ উপৰি 'হেমকোষ'ৰ আখৰ-জোঁটনিৰ আন আন বিশেষত্বসমূহ হ'ল —

(ক) সংস্কৃত মূলৰ শব্দত ণত্ববিধি আৰু ষত্ববিধি মানি চলিছে। যেনে — তৃণ, কৃপণ, গ্ৰহণ, প্ৰবীণ, নিষ্কৰ, নিষ্পাপ, ভীষ্ম, পুষ্প, কষ্ট আদি।

(খ) স্ত্ৰীলিংগ শব্দৰ ই > ঈ হৈছে। যেনে — তিৰী, বাঘিনী, শিয়ালী আদি।

(গ) 'অ' যুক্ত স্বৰৰ দীৰ্ঘ উচ্চাৰণ বুজাবলৈ 'অ'ৰ ওপৰত ডেচ (-) এডাল দিছে। যেনে — অঘৰী, কত, অচিন, খৰুৱা, ডবুৱা, বনৰীয়া আদি।

এই সম্পৰ্কে অভিধানখনত কৈছে "অকলৈ বা ব্যঞ্জনেৰে যুক্ত হৈ থকা যি 'অ'ৰ ওপৰত (-) এই চিন আছে, তাক অলপ দীঘলকৈ, অৰ্থাৎ অভিধান শব্দৰ 'অ'ৰ দৰে মাতিব লাগে।"

(ঘ) 'এ' যুক্ত স্বৰৰ দীৰ্ঘ উচ্চাৰণ বুজাবলৈ 'এ'ৰ ওপৰত ডেচ (-) দিছে। যেনে— এই, কেচেৰু, কেৰেচী, চেনেহী, ভেদ আদি।

(ঙ) শব্দ একোটাৰ এটা আখৰ লুপ্ত হৈ থাকিলে লুপ্ত আখৰটোৰ আগৰ আখৰটোৰ ওপৰত উৰ্দ্ধকমা (') দি বুজোৱা হৈছে। যেনে — ৰ'ৰ'কৰে (ৰহৰহ কৰে), ৰা'বাঁহ (ৰাজবাঁহ) আদি।

(চ) ৰ্য্য ৰ ব্যৱহাৰ কৰিছে। যেনে — ধৈৰ্য্য, কাৰ্য্য, সূৰ্য্য আদি।

(ছ) ৰেফযুক্ত দ্বিত্ব ব্যঞ্জন ব্যৱহাৰ কৰিছে। যেনে — কৰ্ম্ম, ধৰ্ম্ম, কৰ্ত্তা আদি।

(জ) ব্যঞ্জনান্ত উচ্চাৰণৰ শব্দত ব্যঞ্জনান্ত(্) চিন দিছে। যেনে — উপনাম্, উপনীত্, গল্, ধূপ্ আদি। অৱশ্যে দ্বিতীয়ৰ পৰা একাদশ সংস্কৰণলৈকে এইব্যঞ্জনান্ত চিন দিয়া নাই।

অভিধানখনৰ দ্বাদশ সংস্কৰণত আখৰ-জোঁটনিৰ পূৰ্বৰ কিছুমান নীতি বেলেগ কৰিছে।[৬] সেইবোৰ হ'ল —

(ক) ঙ্ক, ঙ্খ, ঙ্গ, ঙ্ঘ ৰ বিকল্পে ংক, ংখ, ংগ, ংঘ আদি ব্যৱহাৰ কৰিছে। অৱশ্যে দুয়োটা ৰূপকে অভিধানখনত ব্যৱহাৰ কৰিছে। যেনে —

অংক, অঙ্ক; শংখ, শঙ্খ; অংগ, অঙ্গ, সঙ্গ আদি। 'ং' ব্যৱহাৰ কৰাৰ কাৰণ হিচাপে ব্যৱহাৰৰ ব্যাপকতা বুলি উল্লেখ কৰিছে।[৭]

(খ) পূৰ্বৰ সংস্কৰণত অ'-ৰ প্ৰয়োগ নথকা কিন্তু ডেচ থকা শব্দত য'ত প্ৰয়োজন আছে তাত প্ৰয়োগ কৰিছে। যেনে —

| পূৰ্ব সংস্কৰণ | দ্বাদশ সংস্কৰণ |
|---|---|
| লৰা | ল'ৰা |
| যত | য'ত |
| ৰল | ৰ'ল আদি। |

(গ) 'ৰ্য্য'ৰ ঠাইত 'ৰ্য'ৰ ব্যৱহাৰ কৰিছে। যেনে — কাৰ্য (কাৰ্য্য) ধৈৰ্য (ধৈৰ্য্য) আদি অৱশ্যে বিকল্পৰূপে দুয়োটা শব্দ দিছে।

(ঘ) ৰেফযুক্ত শব্দৰ দ্বিত্ব বৰ্জন কৰিছে। যেনে — কৰ্ম (কৰ্ম্ম), ধৰ্ম (ধৰ্ম্ম) আদি। অৱশ্যে বিকল্পৰূপে দুয়োটা শব্দই অন্তৰ্ভুক্ত কৰিছে।

(ঙ) প্ৰথম সংস্কৰণৰ আৰ্হি অনুসৰণ কৰি ব্যঞ্জনান্ত চিন দিছে। যেনে — উপাসক্, খাৱন্, খোজ্ আদি।

১.২.২ **'হেমকোষ'** প্ৰকাশ হোৱাৰ বত্ৰিশ বছৰৰ পাছত ১৯৩৩ চনত অসম সাহিত্য সভাৰ **'চন্দ্ৰকান্ত অভিধান'** প্ৰকাশ হয়। **'চন্দ্ৰকান্ত অভিধান'**ৰ প্ৰথম সংস্কৰণৰ আখৰ-জোঁটনি **'হেমকোষ'**ৰ দৰেই কৰা হৈছিল। অভিধানখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰে ১৯৬২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে। এই সংস্কৰণৰ সংশোধন সমিতি **'চন্দ্ৰকান্ত অভিধান**

**সংশোধন সমিতি**' য়ে আখৰ-জোঁটনিৰ কেইটামান নিয়ম কৰি লৈছিল।[৮] সেইবোৰ এনেধৰণৰ —

(ক) সকলো বিদেশী শব্দ অসমীয়াত লিখোঁতে 'ণ' ব্যৱহাৰ নকৰি কেৱল 'ন'ৰ ব্যৱহাৰ কৰিছিল। যেনে — টেলিফোন, ফেনাইল, টেলিভিশ্বন আদি।

(খ) ৰেফযুক্ত ব্যঞ্জনত দ্বিত্ব ব্যৱহাৰ কৰিছিল আৰু লগতে বিকল্প দ্বিত্ববিহীন ৰূপবোৰো অন্তৰ্ভুক্ত কৰিছিল। যেনে — কৰ্ম্ম, কৰ্ত্তা, ধৰ্ম্ম আৰু লগতে কৰ্ম, কৰ্তা, ধৰ্ম আদি।

(গ) আৰবী, ফাৰ্চী, হিন্দী আদি মূলৰ শব্দৰ **শ, ষ, স** ৰ ঠাইত হেমচন্দ্ৰ বৰুৱাৰ নীতিকে গ্ৰহণ কৰি '**চ**' ব্যৱহাৰ কৰিছে। যেনে —

চঙ্গীন (ফা. সঙ্গীন)
চন্দুক (হিন্দী. সন্দুক)
চকুৰ (আ. সব্ৰ) আদি।

(ঘ) ড় ৰ সলনি '**ৰ**' ব্যৱহাৰ কৰিছে আৰু বিকল্পে '**ড়**' ৰ প্ৰয়োগ কৰিছে। যেনে — গুড়, গুৰ; উড়, উৰ; নিবিড়, নিবিৰ আদি।

(ঙ) '**ৱ**' যুক্ত শব্দৰ ক্ষেত্ৰত মূলতকৈ অসমীয়া ভাষাত প্ৰচলিত উচ্চাৰণ অনুসৰি '**আখৰ-জোঁটনি**' কৰা হৈছে। যেনে —

বৰ্ত্তমান (সং.) > বৰ্তমান
ৱৰ্ণ (সং.) > বৰ্ণ আদি।

(চ) **ৰ্য্য >ৰ্য, ৰ্য্য** দুয়োটা অন্তৰ্ভুক্ত কৰিছে। যেনে — কাৰ্য্য, কাৰ্য; অৰ্য্যমা অৰ্যমা আদি।

অভিধানখনৰ তৃতীয় সংস্কৰণ প্ৰকাশ হয় মহেশ্বৰ নেওগৰ মুখ্য সম্পাদনাত ১৯৮৭ চনত। এই সংস্কৰণত আখৰ-জোঁটনিৰ ক্ষেত্ৰত নতুন নিয়ম এটা কৰিছিল। বিদেশী মূলৰ শব্দ, আৰবী, ফাৰ্চী, হিন্দী, শব্দবোৰত শ, ষ, স ৰ ঠাইত চ, ছ দুয়োটা বিকল্পে ব্যৱহাৰ কৰিছিল।[৯] যেনে —

ইছাৰা (আৰবী, ইশাৰা)
কিচ্‌মিচ্‌, কিছ্‌মিছ্‌ (ফা. কিশ্‌মিশ্‌)
কিচ্‌মত, কিছ্‌মত্‌ (সা, কিস্মৎ) আদি।

১.২.৩ ১৯৫২ চনত গিৰিধৰ শৰ্মাৰ '**অসমীয়া অভিধান**' প্ৰকাশ হয়। এই অভিধানখন সংকলন কৰোঁতে '**হেমকোষ**' আৰু '**চন্দ্ৰকান্ত অভিধান**' কে প্ৰধানকৈ অৱলম্বন কৰা হৈছে।[১০] সেয়ে এই অভিধানৰ আখৰ-জোঁটনিও হেমকোষ (প্ৰথম সংস্কৰণ), চন্দ্ৰকান্ত অভিধানৰ (প্ৰথম সংস্কৰণ) সৈতে একে। উদাহৰণস্বৰূপে —

(ক) '**ৰ্য্য**' ৰ ব্যৱহাৰ -- কাৰ্য্য, আৰ্য্য, ধৈৰ্য্য আদি

(খ) ৰেফযুক্ত দ্বিত্ব ব্যঞ্জনৰ ব্যৱহাৰ -- কাৰ্ত্তিক, কৰমৰ্দ্দন, কৰ্ত্তা আদি।

১.২.৪ সত্যেন্দ্ৰনাথ শৰ্মা আৰু নৰেন্দ্ৰনাথ শৰ্মাৰ "**ব্যৱহাৰিক শব্দকোষ**" প্ৰকাশ হয় ১৯৭১ চনত। অভিধানখন প্ৰণয়ন কৰোঁতে "**চন্দ্ৰকান্ত অভিধান**"ৰ



মুকলিভাৱে সহায় লৈছে।[১১] এই অভিধানখনৰ আখৰ-জোঁটনি এনেধৰণৰ—

(ক) ৰেফযুক্ত ব্যঞ্জনৰ দ্বিত্ব বৰ্জন কৰিছে।
যেনে — কৰ্ম, কৰ্তা, ধৰ্ম, মৰ্ম আদি।

(খ) আৰবী, ফাৰ্চী আদি বিদেশী মূলৰ শব্দৰ **শ, ষ, স > চ** হৈছে। যেনে —
ইচলাম (আ. ইসলাম)
কচুৰ (আ. কসুৰ)
চৰ্বত (আ. শৰবত) আদি।

(গ) ড় যুক্ত শব্দত 'ৰ'ৰ ব্যৱহাৰো কৰিছে। যেনে — নিবিড়/ নিবিৰ, গুড়/ গুৰ আদি। অৱশ্যে দুয়োটা শব্দ যথাস্থানত অন্তৰ্ভুক্ত কৰিছে। যেনে — '**ট**' ৰ পিছত ড়, ম ৰ পিছত ৰ আদি।

(ঘ) '**ৰ্য্য**' ৰ ঠাইত কেৱল '**ৰ্য**' ব্যৱহাৰ কৰিছে। যেনে — কাৰ্য, শৌৰ্য, বীৰ্য আদি।

১.২.৪ মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱশৰ্মা আৰু নৰকান্ত বৰুৱাৰ সম্পাদনাত ১৯৭৭ চনত "**আধুনিক অসমীয়া অভিধান**" প্ৰকাশ হয়। এই অভিধানখনত আখৰ-জোঁটনিৰ ক্ষেত্ৰত কেইটামান নীতি নিৰ্দিষ্ট কৰি লৈছিল।[১২] নীতিবোৰ এনেধৰণৰ—

(ক) তদ্ভৱ আৰু বিশেষকৈ দেশজ শব্দৰ বেলিকা যিবোৰ শব্দত ঈকাৰ হোৱাৰ কোনো বিশেষ যুক্তি নাই তাত ইকাৰ ব্যৱহাৰ কৰা হৈছে। যেনে — জৰি, উকিল, কুঁৱলি, খিৰিকি আদি।

(খ) বিদেশী শব্দৰ লিপ্যন্তৰতো ইকাৰ ব্যৱহাৰ কৰা হৈছে।
যেনে — কোম্পানি, ট্ৰেজাৰি, লটাৰি আদি।

(গ) **কাউৰী, মেকুৰী** ৰ ঠাইত **কাউৰি, মেকুৰি** লিখিছে যদিও দুয়োটা ৰূপ অন্তৰ্ভুক্ত কৰিছে। এই শব্দবোৰ ইকাৰান্ত হোৱাৰ সপক্ষে যুক্তি হৈছে — '**চিলনী**' শব্দৰ দৰে এই শব্দকেইটাও স্ত্ৰী লিঙ্গৰ ৰূপতে জাতিবাচক শব্দৰূপে অসমীয়া ভাষাত চলিত হৈ অহাত সেই শব্দকেইটা ঈ-কাৰান্ত ৰূপত সংযোজনত সন্নিৱিষ্ট কৰা হৈছে।

(ঘ) '**ণ**' আৰু '**ন**' ৰ ক্ষেত্ৰত চন্দ্ৰকান্ত অভিধানৰ নীতিকে অনুসৰণ কৰা হৈছে। অৰ্থাৎ '**ন**' ৰ ব্যৱহাৰ। যেনে —টেলিফোন, ফেনাইল আদি।

(ঙ) বিদেশী শব্দৰ আখৰ-জোঁটনিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি আৰু সমন্বয় কমিটিয়ে গ্ৰহণ কৰা নীতি অনুসৰণ কৰা হৈছে।[১৩] যেনে —

| | |
|---|---|
| C > চ, sh > ছ, | শ, ষ, স > চ, ছ |
| Percel > পাৰ্চেল, | Polish > পালিছ, |
| | শৰবত > চৰ্বত |

ইসলাম > ইছলাম, কসম্ > কছম আদি।

১.২.৫ ১৯৯১ চনত সুমন্ত চলিহাৰ **'আধুনিক অসমীয়া শব্দকোষ'** প্ৰকাশ হয়। এই অভিধানখনত পূৰ্বৱৰ্তী অভিধানৰ সহায় লোৱাৰ উপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুত সমন্বয় সমিতিৰ 'আখৰ-জোঁটনিৰ নিৰ্দেশাৱলী' বহুলাংশে অনুসৰণ কৰা হৈছে বুলি অভিধান প্ৰণেতাই অভিধানখনৰ পটভূমিকাত উল্লেখ কৰিছে।[১৪] অৱশ্যে কিছু ক্ষেত্ৰত ব্যতিক্ৰমো হৈছে। অভিধানখনৰ আখৰ-জোঁটনি এনেধৰণৰ—

(ক) ৰেফযুক্ত সংযুক্ত বৰ্ণবোৰ একক ৰূপত লিখা হৈছে. যেনে — কৰ্তা , কৰ্তব্য, কৰ্ম, পৰ্বত আদি।

(খ) ৰ্য্য, ৰ্য ৰ ভিতৰত সমিতিয়ে 'ৰ্য্য' গ্ৰহণ কৰিছিল যদিও অভিধানখনত 'ৰ্য' গ্ৰহণ কৰিছে। যেনে — সূৰ্য, আৰ্য, কাৰ্য আদি।

(গ) 'ঙ' সংযুক্ত শব্দত 'ঙ' ৰ ঠাইত অনুস্বাৰ গ্ৰহণ কৰা হৈছে যদিও বিকল্পে 'ঙ'ৰো ব্যৱহাৰ কৰিছে। যেনে— পংক, পঙ্ক; পংগু, পঙ্গু; শংখ, শঙ্খ আদি।

(ঘ) সমিতিৰ নীতিৰ ব্যতিক্ৰম হৈছে চ, ছ প্ৰয়োগৰ ক্ষেত্ৰতো। সমিতিয়ে **'ছ'** ব্যৱহাৰ কৰিবলৈ নিৰ্দেশ কৰা একাংশ শব্দত **'চ'** ব্যৱহাৰ কৰা হৈছে। এনে কৰাৰ উদ্দেশ্য সমতা ৰক্ষা কৰা। **'পাছত'** অথবা **'পিছত'** শব্দত **'ছ'** প্ৰয়োগ কৰিলে **'স'** জাতীয় চৰকাৰ, হিচাপ, চন, মুচলমান আদি শব্দতো **'ছ'** প্ৰয়োগ কৰিব লাগিব। উল্লিখিত শব্দসমূহত ইংৰাজী **'S'** বৰ্ণৰ লিপ্যন্তৰণৰ নীতি প্ৰয়োগৰ যুক্তি দেখা নাযায়।

(ঙ) পোনে পোনে আৰু নতুনকৈ ইংৰাজীৰপৰা অহা শব্দবোৰত **'ছ'** প্ৰয়োগ কৰা হৈছে। যেনে — ছাইৰেন্, ছ'ডা, ছ'ডিয়াম, ছাৰ্ভে, ছালফাৰ আদি।

১.২.৬ ১৯৮৯ চনত প্ৰকাশ হোৱা উপেন্দ্ৰনাথ গোস্বামীৰ **'মণি-মাণিক অসমীয়া শব্দকোশ'**ৰ আখৰ-জোঁটনি এনেধৰণৰ —

(ক) তৎসম শব্দবোৰ মূলৰূপ অনুযায়ী অন্তৰ্ভুক্ত কৰিছে। এনেদৰে কৰাৰ কাৰণ হ'ল লিখনৰ বিশৃঙ্খলা নোহোৱা কৰা।[১৫] যেনে — প্ৰৱাহ, প্ৰৱেশ, কাৰ্ত্তিক, শব্দকোশ আদি।

অৱশ্যে এই নিয়ম সকলো শব্দতে ৰক্ষিত হোৱা নাই। যেনে — কৰ্ম (কৰ্ম্ম), ধৰ্ম (ধৰ্ম্ম) আদি।

(খ) তদ্ভৱ শব্দৰ ক্ষেত্ৰত মূল সংস্কৃত **'ই'** কাৰান্ত শব্দবোৰ **'ঈ'** কাৰান্ত হিচাপে অন্তৰ্ভুক্ত কৰিছে। যেনে— কৰ্ট্টাৰিকা > কটাৰী, সেফালিকা > শেৱালী, কুহেলিকা > কুঁৱলী আদি। অন্য ক্ষেত্ৰত **'ই'**কাৰান্ত ৰূপে লিখিব লাগে।

যেনে — পোৱালি, ওৰণি, বিচনি, পাহি আদি।

(গ) C > চ, S > ছ, হিন্দী, পাৰ্ছী, তুৰ্কীৰ চ,ছ > চ, শ, ষ, স > ছ কৰিছে। যেনে — Polish > পালিছ, ইসলাম > ইছলাম, খুশী > খুছী, কিন্তু



C > চ হোৱা নাই 'ছ' হে হৈছে। যেনে— Percel > পাৰ্ছেল আদি।

(ঘ) বিদেশী শব্দৰ লিপ্যন্তৰত ই, ঈ ৰ ঠাইত 'ই' ৰ ব্যৱহাৰ কৰিছে। যেনে — ডিগ্ৰি, ইঞ্জিন, কোম্পানি, জানুৱাৰি, ফেব্ৰুৱাৰি আদি।

(ঙ) বিদেশী শব্দত 'ণ' 'ন' > ন, t. d > ট,ড হৈছে। যেনে— কোৰাণ, জাপান, ছাইৰেন; ট্ৰাক, টেবুল; ডিগ্ৰি, ডিছেম্বৰ, ডিপাৰ্টমেণ্ট আদি।

(চ) বেছি প্ৰচলিত শব্দবোৰৰ চলি থকা ৰূপৰ লগত বিকল্প ৰূপ একোটা দিয়া হৈছে। যেনে—

পুৰণি/ পুৰণী, চিঠি/ চিঠী, তাৰিখ/ তাৰীখ আদি।

(ছ) 'ঙ' সংযুক্ত যুক্তাক্ষৰত 'ঙ' ব্যৱহাৰ কৰিছে। অনুস্বাৰ ব্যৱহাৰ কৰা নাই। যেনে — অঙ্গ, অঙ্গন, গঙ্গা আদি।

**১.৩ একবিংশ শতিকাৰ অসমীয়া অভিধানৰ আখৰ-জোঁটনি ঃ**

চলিত একবিংশ শতিকাত বৰ্তমানলৈকে দুই ধৰণৰ অভিধান প্ৰকাশ হৈছে— মুদ্ৰিত অভিধান আৰু বৈদ্যুতিন অভিধান। এই শতিকাত প্ৰকাশিত মুদ্ৰিত অভিধান তিনিখন প্ৰকাশ হৈছে— মহেশ্বৰ নেওগৰ মুখ্য সম্পাদনাত অসম চৰকাৰৰ **'চলন্ত অভিধান'** (২০০১); বাণীকান্ত শৰ্মাৰ **'পঢ়াশালিৰ অসমীয়া অভিধান'** (২০০৮), দেৱব্ৰত শৰ্মাৰ মুখ্য সম্পাদনাত **'অসমীয়া জাতীয় অভিধান'** (প্ৰথম খণ্ড আৰু দ্বিতীয় খণ্ড, (২০১০)। আনহাতে বৈদ্যুতিন অভিধান দুখন প্ৰকাশ হৈছে... অনলাইন অভিধান শব্দ (Xobdo) (২০০৬) আৰু চফট্ৱেৰ অভিধান প্ৰথমখন অসমীয়া চফট্ৱেৰ অভিধান (২০১০)।

১.৩.১ ২০০১ চনত মহেশ্বৰ নেওগৰ মুখ্য সম্পাদনাত প্ৰকাশিত অসম চৰকাৰৰ 'চলন্ত অভিধান'ৰ আখৰ-জোঁটনিৰ বিষয়ে পাতনিত একো উল্লেখ কৰা নাই। এই অভিধানখনত দেখা পোৱা আখৰ-জোঁটনিৰ বিশেষত্ব দুটামান হ'ল —

(ক) ৎ > ত ব্যৱহাৰ কৰিছে। যেনে —

উৎকৰ্ণ, উৎকৃষ্ট, তত্সম্, তৎকালীন, কৃত্ আদি।

(খ) ৰ্য, ৰ্য্য দুয়োটা ব্যৱহাৰ কৰিছে। যেনে — কাৰ্য, কাৰ্য্য; সূৰ্য, সূৰ্য্য, ধৈৰ্য, ধৈৰ্য্য আদি।

(গ) ৰেফ্যুক্ত দ্বিত্ব ব্যঞ্জন বৰ্জন কৰিছে যদিও বিকল্পে দ্বিত্বযুক্ত শব্দটো অন্তৰ্ভুক্ত কৰিছে। যেনে — পৰ্বত, পৰ্ব্বত; কৰ্তব্য, কৰ্ত্তব্য; কৰ্দৈ কৰ্দ্দৈ; কৰ্ম, কৰ্ম্ম আদি।

(ঘ) বিদেশী শব্দৰ ণ, ছ, শ, স, ষ, চ, ছ, ত, ট হৈছে।

যেনে — ইসলাম > ইছলাম, ইশাৰঃ > ইছাৰা, টেবুল, টিফিন আদি।

১.৩.২ অসম শিশু সাহিত্য ন্যাসৰ 'পঢ়াশালিৰ অসমীয়া অভিধান' বাণীকান্ত শৰ্মাৰ

সম্পাদনাত প্ৰকাশ হয় ২০০৮ চনত। অভিধানৰ আখৰ-জোঁটনি ক্ষেত্ৰত দুটা কথা উল্লেখ কৰিছে। কথা দুটা হ'ল —

(ক) ৰেফৰ পিছত ব্যঞ্জনবৰ্ণৰ দ্বিত্ব বৰ্জন কৰা হৈছে। যেনে — আৰ্য (আৰ্য্য), কাৰ্য (কাৰ্য্য), সূৰ্য (সূৰ্য্য), অৰ্চনা (অৰ্চ্চনা), কৰ্তা (কৰ্ত্তা) সৰ্ব (সৰ্ব্ব) আদি।

(খ) সন্ধিযুক্ত শব্দত 'ঙ্' ৰ ঠাইত ং ব্যৱহৃত হয় আৰু ক খ গ ঘ পিছত থাকিলে পদৰ অন্তঃস্থিত 'ম্'ৰ ঠাইত ং বা বিকল্পে 'ঙ' ব্যৱহাৰ কৰা হয়। যেনে — অহংকাৰ, অহঙ্কাৰ ; শংকৰ, শঙ্কৰ; সংগতি, সঙ্গতি। শীৰ্ষক বা উপশীৰ্ষক শব্দৰ বাহিৰে শব্দৰ অৰ্থ লিখোঁতে এই দুটাৰ যিকোনো এটা ব্যৱহাৰ কৰা হৈছে।

১.৩.৩ দেৱব্ৰত শৰ্মাৰ মুখ্য সম্পাদনাত 'অসমীয়া জাতীয় অভিধান'ৰ প্ৰথম খণ্ড ২০১০ চনৰ ১ জানুৱাৰীত আৰু দ্বিতীয় খণ্ডও ২০১০ চনতে প্ৰকাশ হয়। অভিধানখনৰ আখৰ-জোঁটনিত মূল প্ৰৱিষ্টিত প্ৰচলিত বানান দিয়াৰ পিছত বন্ধনীৰ মাজত প্ৰস্তাৱিত সৰলীকৃত বিকল্প বানান অন্তৰ্ভুক্ত কৰিছে। এই সৰল বানানৰ আৰ্হি গ্ৰহণ কৰিছে জাদুৰাম ডেকাবৰুৱাৰ বৰ্ণমালাৰ পৰা। এনে সৰল বানান হেমসৰস্বতীৰ পৰা গোলোকচন্দ্ৰ গোস্বামীলৈকে প্ৰবাহিত হৈ আহিছে বুলি মুখ্য সম্পাদকে পাতনিত কৈছে এনেদৰে —

"এতেকে আমাৰ দ্বাদশ-ত্ৰয়োদশ শতিকাৰ হেম সৰস্বতী শংকৰদেৱ - আহোম বুৰঞ্জী, জাদুৰাম ডেকাবৰুৱা - গোলোকচন্দ্ৰ গোস্বামীৰ মাজেৰে প্ৰৱাহিত হৈ অহা সৰল বানানৰ ধাৰণাইহে অসমীয়া জাতীয় অভিধানৰ বিকল্প বানানৰ প্ৰস্তাৱৰ মাজেদি আত্মপ্ৰকাশ কৰিছে.."।[১৬]

অভিধানখনৰ প্ৰস্তাৱিত সৰল বিকল্প বানানৰ বিষয়ে আলোচনাৰ থল আছে। আমাৰ আলোচনাত প্ৰচলিত বানানকহে সামৰি লোৱা হৈছে। অভিধানখনৰ প্ৰচলিত আখৰ-জোঁটনিৰ ৰূপে এনেধৰণৰ —

(ক) 'ঙ' সংযুক্ত যুক্তব্যঞ্জনৰ ক্ষেত্ৰ 'ঙ' ৰ ঠাইত কেৱল 'ং' ব্যৱহাৰ কৰিছে। যেনে— অংগ, অংক, অংকুৰ, কিংখাপ,জংঘল আদি।

(খ) ৰেফযুক্ত দ্বিত্ব বৰ্জন কৰিছে। যেনে — অৰ্ধ, উৰ্ধতন, উৰ্বশী। অৱশ্যে কিছুমান শব্দত দ্বিত্ব বৰ্জন হোৱা নাই। যেনে — উৰ্দ্ধলোক, উৰ্দ্ধে, উৰ্দ্ধমুই আদি।

(গ) বিদেশী শব্দৰ লিপ্যন্তৰৰ ক্ষেত্ৰত S,Sh > স, T > ত, N > ন, D > দ হৈছে।

যেনে — S, Sh > স ঃ
অস্ট্ৰিক্ (Austric)
অস্ট্ৰেলিয় (Australoid)
ইস্ট (yeast)



বৃতিচ (British)
ইচ্লাম (ইসলাম)
T > ত ঃ ইলেক্‌ট্ৰনিক্ (Electronic)
N > ন ঃ ইন্তাৰ্নেত্ (Internet)
আইৰন (Iron)
D > দ ঃ ইদিঅ'গ্ৰাফ্ (Ideograph)
ইদেন্ ( Eden) আদি।

(ঘ) প্ৰায়বোৰ ব্যঞ্জনান্ত উচ্চাৰণৰ শব্দত ব্যঞ্জনান্ত চিন ব্যৱহাৰ কৰিছে। যেনে —

অকণ্
অকপট্
অকল্
অখিল্
অগ্ৰজ্ আদি।

অৱশ্যে ব্যঞ্জনান্ত চিনৰ অপপ্ৰয়োগ হোৱাও দেখা গৈছে। যেনে —

অগ্নিভূতি্[১]
অগ্নিভূতি্[২]
অগ্নিমূল্য্
অগ্ৰগামান্য্ আদি।

১.৩.৪ ২০০৬ চনৰ মাৰ্চ মাহৰ ১০ তাৰিখে ইণ্টাৰনেটত (Internet) প্ৰথম অসমীয়া অনলাইন অভিধান শব্দ (Xobdo) প্ৰকাশ হয় বা উপলব্ধ হয়। এই অভিধানখনৰ সংযোজক (co-ordinator) বিক্ৰম এম. বৰুৱা। সংযোজকৰ উপৰি এই অভিধানখনৰ প্ৰায় ১৫০০ সদস্য আছে। এই সদস্যসকলে শব্দ অন্তৰ্ভুক্ত কৰে আৰু ৫৬ জন সম্পাদকে শব্দবোৰ সম্পাদনা কৰে। এই অভিধানখনৰ আখৰ-জোঁটনি অসমীয়া ভাষাৰ অভিধানবোৰৰ আৰ্হিতে কৰিছে আৰু বিকল্প বানান দিছে। এই অভিধানখনৰ আখৰ-জোঁটনিৰ বৈশিষ্ট্য এনেধৰণৰ —

(ক) **ইয়াত ইয়াত ঙ সংযুক্তাক্ষৰৰ শব্দত ঙ ৰ সলনি ং ব্যৱহাৰ কৰিছে।** অৱশ্যে বিকল্প বানানো ব্যৱহাৰ কৰিছে। যেনে —অংক (ong.ko)

alt. অঙ্ক (ong.ko)
শংখ (xong.kho)
alt. শঙ্খ (xong.kho)
অংগ (ong.go)
alt. অঙ্গ (ong.go)

সংঘ (xong.gho)

alt. সঙ্ঘ (xong.gho)

(খ) ৰেফযুক্ত দিত্ব বৰ্জন কৰিছে। কিন্তু বিকল্প বানান ব্যৱহাৰ কৰিছে। যেনে —

ধৈৰ্য্চ্যুত (dhoir.jo.syut)

alt. ধৈৰ্য্যচ্যুত (dhoir.jyo.syut)-

কাৰ্য (kar.jyo)

১.৩.৫ ২০১০ চনৰ এপ্ৰিল মাহত অনিল বৰুৱাৰ মুখ্য সম্পাদনাত প্ৰথমখন অসমীয়া চফ্‌ট্‌ৱেৰ অভিধান (version- 1.0) প্ৰকাশ হয়। এই অভিধানখনৰ আখৰ-জোঁটনিৰ বৈশিষ্ট্য এনেধৰণৰ —

(ক) ৰেফযুক্ত দিত্ব বৰ্জন কৰিছে। যেনে — কাৰ্য, চৌৰ্য, ধৈৰ্য আদি।

(খ) **ঙ সংযুক্তাক্ষৰৰ শব্দ ঙ ৰ সলনি ং ব্যৱহাৰ কৰিছে**। যেনে — অংক, অংগ, সংঘ, শংখ আদি।

(গ) ইংৰাজী শব্দৰ লিপ্যন্তৰত মূৰ্ধন্য বৰ্গৰ বৰ্ণ ব্যৱহাৰ কৰিছে। যেনে — টেপ, টেংকী, টেষ্ট, ডাইৰেক্টৰী আদি।

**২.০ অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ সমস্যা আৰু সমাধানৰ উপায়ঃ**

১৮৬৭ চনৰ পৰা অসমীয়া ২০১১ চনলৈকে এই ১৪৪ বছৰত প্ৰকাশিত অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ সম্পৰ্কে কৰা আলোচনাৰ পৰা দেখা যায় যে, এই চৈধ্যটা দশকত প্ৰকাশিত অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ নীতিৰ সমৰূপতা দেখা নাযায়। ১৮৬৭ চনত প্ৰকাশিত মাইলচ্ ব্ৰন্সনৰ 'অসমীয়া আৰু ইংৰাজি অভিধান'ৰ আখৰ-জোঁটনি উচ্চাৰণ আধাৰিত আছিল। ১৯০০ চনত প্ৰকাশিত হেমকোষত হেমচন্দ্ৰ বৰুৱাই নতুন বৰ্ণ-বিন্যাসৰ নীতি প্ৰস্তুত কৰে। হেমচন্দ্ৰ বৰুৱাই প্ৰতিষ্ঠা কৰা বৰ্ণ-বিন্যাসৰ আধাৰতেই পৰৱৰ্তী অভিধানবোৰৰ আখৰ-জোঁটনি কৰিছে যদিও ইবিলাকৰ প্ৰত্যেকখনৰে ইখনৰ লগত সিখনৰ বহুত অমিল আছে। এই অমিলবোৰেই একো একোটা সমস্যা বুলি ক'ব পাৰি। অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ সমস্যাবোৰ এনেদৰে নিৰ্ধাৰণ কৰিব পাৰি —

(ক) ঙ সংযুক্ত বৰ্ণৰ শব্দৰ ক্ষেত্ৰত।

(খ) ব্যঞ্জনান্ত চিন প্ৰয়োগৰ ক্ষেত্ৰত।

(গ) ৰেফযুক্ত দ্বিত্বব্যঞ্জন গ্ৰহণ আৰু বৰ্জনৰ ক্ষেত্ৰত।

(ঘ) বিদেশী শব্দৰ **c, ch, s, sh, t, শ, ষ, স** আদিৰ লিপ্যন্তৰণৰ ক্ষেত্ৰত।

(ঙ) ই-কাৰ আৰু ঈ-কাৰ প্ৰয়োগৰ ক্ষেত্ৰত।

ইবিলাকৰ উপৰি অসমীয়া অভিধানবোৰৰ কিছুমান শব্দত জোঁটনিৰ পাৰ্থক্য দেখা যায়। সিপিঠিত দিয়া তালিকাই এইকথা স্পষ্ট কৰিব।



| অসমীয়া আৰু ইংৰাজী অভিধান | হেমকোষ | চন্দ্ৰকান্ত অভিধান | অসমীয়া অভিধান | ব্যৱহাৰিক শব্দকোষ | আধুনিক অসমীয়া অভিধান | আধুনিক অসমীয়া শব্দকোষ | মণি মাণিক অসমীয়া শব্দকোশ | চলন্ত অভিধান | পাঠশালিৰ অসমীয়া অভিধান |
|---|---|---|---|---|---|---|---|---|---|
| তিনিহ্ | তিনীহ্ | তিনিহ্ | তিনিহ্/তিনীহ্ | তিনিহ্ | তিনিহ্ | তিনিহ্ | তিনিহ্ | তিনিহ্ | তিনিহ্ |
| বেঞ্জি | বেঞ্জী | বেঞ্জি | বেঞ্জি/ বেঞ্জি | বেঞ্জি | বেঞ্জি | বেঞ্জী | বেঞ্জি | বেঞ্জি | বেঞ্জী |
| বটি | বটি | বটী | বটি | বটী | বটি | বটী | বটী | বটী | বটি/ বটী |
| কাউৰি | কাউৰী | কাউৰী | কাউৰী | কাউৰী | কাউৰী/ কাউৰি | কাউৰী | কাউৰী | কাউৰি | কাউৰী |
| কিৰিলি | কিৰীলি | কিৰীলি | কিৰীলি | কিৰীলি | কিৰিলি/কিৰীলি | কিৰিলি/কিৰীলি | কিৰীলি | কিৰিলি/ কিৰীলি | কিৰিলি/ কিৰীলি |

অভিধানে ভাষা এটাক সংৰক্ষণ তথা সংবৰ্ধন কৰে। অভিধান এখন শক্তিশালী হয় সুশৃংখল তথা শুদ্ধ আখৰ-জোঁটনিৰ জৰিয়তে। অভিধানৰ উল্লিখিত তথা আলোচিত ধৰণৰ বৈসাদৃশ্য ভাষাটোৰ বাবেই চিন্তনীয় বিষয়। সেয়ে অসমীয়া ভাষা তথা অসমীয়া অভিধানক সুসমৃদ্ধ কৰিবলৈ অভিধানসমূহত আখৰ-জোঁটনিৰ এটা শৃংখলাৰ প্ৰয়োজন, যাতে সকলো অসমীয়া অভিধানত আখৰ-জোঁটনিৰ নীতি একে হয়। ইয়াৰ ফলত পাঠকৰ মনত বিভ্ৰান্তিৰ সৃষ্টি নহ'ব। বৰ্তমান সময়ত অসমীয়া ভাষাৰ তথা অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ এটা নিৰ্দিষ্ট নীতি প্ৰস্তুত কৰাৰ বিশেষ প্ৰয়োজন হৈ পৰিছে। বৰ্তমান সময়ত ছাত্ৰ-ছাত্ৰীসকলে শুদ্ধকৈ অসমীয়া ভাষাটো শিকিবলৈ কোনখন অভিধান ল'ব সেই বিষয়ে ঘপহকৈ কৈ দিব নোৱাৰি। অভিধানত ভাষাটো স্পষ্টকৈ তথা বিসংগতি নথকাকৈ সংৰক্ষণ হ'লেহে সকলো শ্ৰেণীৰ পাঠক উপকৃত হ'ব। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ দৃঢ় পদক্ষেপ লোৱাৰ সময় আহি পৰিছে। এই ক্ষেত্ৰত অসম সাহিত্য সভা আৰু অসমৰ আন আন জাতীয় অনুষ্ঠানসমূহৰ তথা ভাষা-সাহিত্যৰ গৱেষক-পণ্ডিতসকলৰ ভূমিকা অনস্বীকাৰ্য। ১৯৬৭ চনৰ পৰা ২০১০ চনলৈকে অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ নিৰ্দিষ্ট ৰীতি এটা গঢ় লৈ নুঠিল। যাৰ ফল পাঠকে ভোগ কৰিবলগা হয়। গতিকে অসমীয়া ভাষাৰ তথা অসমীয়া অভিধানৰ আখৰ-জোঁটনিৰ সমস্যা সমাধান কৰিবৰ বাবে অসম সাহিত্য সভা, জাতীয় অনুষ্ঠান তথা ভাষা-সাহিত্যৰ পণ্ডিতসকলৰ সমূহীয়া প্ৰচেষ্টাৰ একান্তই প্ৰয়োজন।

প্ৰসঙ্গ টীকা ঃ

(১) পাতনি (ইংৰাজী), অসমীয়া আৰু ইংৰাজী অভিধান, মাইলছ্ ব্ৰন্সন, পৃ. iii ।
(২) পাতনি, হেমকোষ, ১ম সংস্কৰণ, হেমচন্দ্ৰ বৰুৱা।
(৩) বৰ্ণবিন্যাসৰ নিময়বিলাক, হেমকোষ, ১ম সংস্কৰণ, হেমচন্দ্ৰ বৰুৱা।
(৪) উল্লিখিত।
(৫) উল্লিখিত।
(৬) পাতনি, হেমকোষ, দ্বাদশ সংস্কৰণ, দেৱানন্দ বৰুৱা, পৃ. xx।
(৭) উল্লিখিত।
(৮) দ্বিতীয় সংস্কৰণৰ পাতনি, চন্দ্ৰকান্ত অভিধান, বিৰিঞ্চি কুমাৰ বৰুৱা, পৃ. ০.৩৩।
(৯) তৃতীয় সংস্কৰণৰ পাতনি, চন্দ্ৰকান্ত অভিধান, মহেশ্বৰ নেওগ, পৃ. ০.৪২।
(১০) পাতনি, অসমীয়া অভিধান, গিৰিধৰ শৰ্মা।
(১১) পাতনি, ব্যৱহাৰিক শব্দকোষ, সত্যেন্দ্ৰনাথ শৰ্মা আৰু নবেন্দ্ৰ নাথ শৰ্মা।
(১২) নিৱেদন, আধুনিক অসমীয়া অভিধান, ৰজনীকান্ত দেৱশৰ্মা আৰু নৰকান্ত বৰুৱা, পৃ. ০.১০।
(১৩) উল্লিখিত, পৃ. ০.১১।
(১৪) পটভূমিকা, আধুনিক অসমীয়া শব্দকোষ, সুমন্ত চলিহা, পৃ. ১৪।
(১৫) ভূমিকা, মণি মাণিক অসমীয়া শব্দকোশ, উপেন্দ্ৰনাথ গোস্বামী, পৃ. গ।
(১৬) পাতনি, অসমীয়া জাতীয় অভিধান, দেৱব্ৰত শৰ্মা, পৃ.২৮।



# অসমীয়া আখৰ জোঁটনি সমস্যা ঃ মত আৰু বিতৰ্কিত মত

**দীপকজ্যোতি মহন্ত**
গৱেষক ছাত্ৰ, অসমীয়া বিভাগ, ডিব্ৰুগড় বিশ্ববিদ্যালয়

১.০০ অসমীয়া ভাষাৰ জন্মলগ্নৰে পৰা সন্মুখীন হৈ অহা সমস্যাটো হৈছে ইয়াৰ আখৰ-জোঁটনিৰ সমস্যা। এই সমস্যা যেনেদৰে পুৰণি, তেনেদৰে এই সমস্যা সমাধানৰ প্ৰয়াসো বহুদিনীয়া। ঊনবিংশ শতিকাৰ আৰম্ভণিৰ পৰাই এই আখৰ-জোঁটনিৰ সমস্যা সমাধানৰ প্ৰচেষ্টা চলি আহিছে। সেয়ে হ'লেও বিগত দুটা শতিকাত এই সম্পৰ্কে ব্যক্তিগত আৰু সামূহিক প্ৰচেষ্টাৰে সমাধানৰ যত্ন কৰা স্বত্বেও অসমীয়া আখৰ-জোঁটনি সমস্যাই সৰ্বজনগ্ৰাহ্য সমাধান লাভ কৰা নাই। আমাৰ এই গৱেষণা-পত্ৰত বিগত দুটা শতিকাত আখৰ-জোঁটনি সমস্যাৰ সমাধানৰ বাবে কৰা যত্নৰ এক খতিয়ান দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। লগতে বিভিন্ন ব্যক্তিৰ মত পাৰ্থক্যসমূহো বিচাৰলৈ অনাৰ যত্ন কৰা হৈছে।
২.০০ অসমীয়া ভাষাত উচ্চাৰিত ধ্বনিমালা আৰু আখৰমালাৰ মাজত থকা অসামঞ্জস্যৰ ফলত অসমীয়া আখৰ-জোঁটনিত সমস্যাৰ সৃষ্টি হৈ আহিছে। মধ্যযুগত সত্ৰৰ পৃষ্ঠপোষকতাত ৰচিত সাহিত্য, ৰাজ-পৃষ্ঠপোষকতাত ৰচিত সাহিত্য, বিবিধ বিষয়ক বুৰঞ্জী, ব্যৱহাৰিক সাহিত্য, তাম্ৰফলি, শিলালিপি, মন্দিৰৰ দেৱালত লিখিত লিপি, বৰটোপ আদিত লিখিত লিপিত সংস্কৃত-ভিন্ন উচ্চাৰণানুগ আখৰ-জোঁটনি লক্ষ্য কৰা যায়। এই আখৰ-জোঁটনি দূৰ কৰিবলৈ সম্ভৱতঃ ১৮৩৯ চনত জাদুৰাম ডেকাবৰুৱা নামৰ এজন অসমীয়া পণ্ডিতে অসমীয়া ভাষাৰ এখন অভিধান সংকলন কৰি প্ৰথম বাৰৰ বাবে অসমীয়া আখৰ-জোঁটনিৰ এটি ৰেহা লগোৱাৰ চেষ্টা চলায়।[১]

জাদুৰাম ডেকাবৰুৱা নিৰ্দেশিত আখৰ-জোঁটনি আছিল উচ্চাৰণভিত্তিক। সেইবাবে তেওঁ শ/ষ/স, চ/ ছ, জ/য ঝ আদি সমগোত্ৰীয় বৰ্ণবোৰৰ এটাকৈহে আখৰ ৰাখিছিল। জাদুৰাম ডেকাবৰুৱাৰ এই উচ্চাৰণ নিৰ্ভৰ আখৰ-জোঁটনিৰ ভিত্তিতে গঢ় লৈ উঠে মিছনেৰীসকলৰ চেষ্টাত ৰচিত সাহিত্য। মিছনেৰীসকলৰ প্ৰচেষ্টাত প্ৰকাশিত প্ৰথম অসমীয়া সম্বাদ-পত্ৰ 'অৰুণোদই' আৰু সিসকলৰ দ্বাৰা ৰচিত পুথি-পাঁজি, ব্যাকৰণ, অভিধান আদিত উচ্চাৰণভিত্তিক আখৰ-জোঁটনি ব্যৱহাৰ কৰিছিল। আধুনিক ভাষাবিজ্ঞানৰ মতে বৰ্ণতাত্ত্বিক সূত্ৰ নিৰ্ভৰ আখৰ-জোঁটনিয়েই ভাষা লিখনৰ বিজ্ঞানসন্মত ভিত্তি। এইফালৰ পৰা জাদুৰাম ডেকাবৰুৱাৰ দ্বাৰা প্ৰতিষ্ঠিত পৰম্পৰাৰ অধিকাৰী জীৱন্ত অসমীয়া ভাষাৰ ক্ষেত্ৰত এই পদ্ধতি পৰ্যাপ্ত নহয় বুলি যুক্তি দৰ্শাই এচামে সংস্কৃত মূলীয় আখৰ-জোঁটনি প্ৰতিষ্ঠাৰ বাবে উঠি-পৰি লাগে। হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৮৫৯) আৰু 'হেমকোষ' (১৯০০) এই ৰীতিৰ মূল ভেটি। হেমচন্দ্ৰ বৰুৱাৰ আখৰ-জোঁটনিৰ মূল নীতি তিনিটা (ক) উচ্চাৰণ অনুযায়ী, (খ) মূল অনুযায়ী আৰু (গ) জনা বুজা লোকসকলে বহুদিন ধৰি চলাই অহা নিয়ম অনুযায়ী (হেমকোষ, পাতনি ২০০৬ ঃ VII)। হেমচন্দ্ৰ বৰুৱাই অসমীয়া আখৰ-জোঁটনিৰ উচ্চাৰণেই প্ৰধান পথ-নিৰ্দেশক বুলি কৈও তেওঁ দেশী আৰু বিদেশী শব্দৰ বাহিৰে অন্যান্য শব্দত সংস্কৃতীয়া জোঁটনি প্ৰয়োগ কৰে আৰু অসমীয়াত ধ্বনিৰূপে উচ্চাৰিত নোহোৱা বৰ্ণবোৰো সংস্কৃতত আছে বাবেই অসমীয়াতো বান্ধিবলৈ নিয়ম বান্ধি দিয়ে। ফলত অসমীয়া আখৰ-জোঁটনিত সমস্যাৰ সৃষ্টি হ'বলৈ আৰম্ভ কৰে।

আখৰ-জোঁটনিৰ উক্ত আসোঁৱাহ ঊনবিংশ শতিকাৰ প্ৰায়সকল সাহিত্যিকেই উপলব্ধি কৰিছিল আৰু প্ৰায় প্ৰত্যেকেই সাময়িক বিজুলী, জোনাকী, ঊষা, বাঁহী, আসাম-বন্ধু, আসাম-বিলাসিনী, আসাম-নিউচ আদি আলোচনীৰ পাতত প্ৰবন্ধ আদি লিখিছিল। এইসকলৰ ভিতৰত গুণাভিৰাম বৰুৱা, লম্বোদৰ বৰা, লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, চন্দ্ৰকুমাৰ আগৰৱালা, চন্দ্ৰনাথ শৰ্মা, ৰত্নকান্ত বৰকাকতি, দেৱেশ্বৰ চলিহা আদিৰ নাম উল্লেখযোগ্য। তেখেতসকলে আখৰ-জোঁটনি সম্পৰ্কে বহুতো আলোচনা-বিলোচনা কৰিছিল যদিও সামূহিকভাবে সমস্যাটোৰ সমাধানকল্পে বাস্তৱ আৰু কাৰ্যকৰী ব্যৱস্থা কৰিব পৰা নাছিল।

কুৰি শতিকাৰ আৰম্ভণিতে অসম সাহিত্য সভাই ১৯৩৩ চনত 'চন্দ্ৰকান্ত অভিধান' প্ৰকাশ কৰে। ইয়াত আখৰ-জোঁটনি সম্পৰ্কে নতুন কোনো পদক্ষেপ গ্ৰহণ কৰা নাই; মাথোন দুই-এটা শব্দৰ বাহিৰে বাকীবোৰ ক্ষেত্ৰত 'হেমকোষ'কে মূল আধাৰ হিচাপে লোৱা হৈছে। কুৰি শতিকাৰ চতুৰ্থ দশকত ১৯৩৮ চনত অসম চৰকাৰৰ দ্বাৰা অসমীয়া শব্দৰ বানান নিৰূপণৰ অৰ্থে পৰামৰ্শ দিবলৈ এখন সমিতি গঠন কৰি দিয়ে। এই সমিতিৰ সদস্যসমূহ হ'ল ক্ৰমে- কালিৰাম মেধি, বাণীকান্ত কাকতি, পদ্মনাথ গোহাঞিবৰুৱা, মফিজুদ্দিন আহমেদ হাজৰিকা, বিৰিঞ্চি কুমাৰ বৰুৱা, দিবাকৰ গোস্বামী, দেৱেশ্বৰ চলিহা আৰু শৰৎচন্দ্ৰ গোস্বামী। সমিতিয়ে গঢ়া আঁচনিৰ প্ৰথম ছেদতে কোৱা হৈছে যে, 'পৰিৱৰ্তন কৰিবৰ বিশেষ আৱশ্যক



নহ'লে হেমকোষৰ আখৰ-জোঁটনিকে মানিব লাগে।' গতিকে সমিতিৰ সিদ্ধান্তৱলী হেমচন্দ্ৰ বৰুৱাৰপৰা বৰ বেছি বেলেগ নাছিল। মাথোন হেমচন্দ্ৰ বৰুৱাই দ্বিত্ব বৰ্জন কৰা নাছিল, সমিতিয়ে দ্বিত্ব বৰ্জন কৰিছিল। 'ৰ্য'ৰ ক্ষেত্ৰতো দ্বিত্ব বৰ্জন প্ৰযোজ্য হ'ব লাগে বুলি কোৱা হৈছিল। পদ্মনাথ গোহাঞিবৰুৱাই 'ৰ্য'ৰ দ্বিত্ব ৰক্ষাৰ সপক্ষে অভিমত বাহাল ৰাখিছিল।[২]

ইয়াৰ পৰৱৰ্তী সময়ত ব্যক্তিগত প্ৰচেষ্টাৰে আখৰ-জোঁটনি সম্পৰ্কীয় অনেক প্ৰবন্ধ-পাতি প্ৰকাশ কৰি বহুতে নিজা মত দাঙি ধৰিছিল।

১৯৫৩ চনত ডিম্বেশ্বৰ নেওগে 'শুধ অসমীয়া' নামেৰে এখন পুস্তিকাত বানান সংশোধনৰ পোষকতা কৰিছিল যদিও বেছিভাগ ক্ষেত্ৰতে হেমচন্দ্ৰ বৰুৱাৰ মতকে সমৰ্থন কৰিছিল। 'শুধ অসমীয়া'ত প্ৰধানতঃ বৰ্ণৰ প্ৰয়োগত ভুলৰ কথা আলোচিত হৈছে।

১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি আৰু সমন্বয় সমিতিয়ে আখৰ-জোঁটনি আৰু লিপ্যন্তৰ সম্পৰ্কে 'অসমীয়া আখৰ-জোঁটনি' নামেৰে প্ৰকাশ কৰা পুস্তিকাখনিত গ্ৰহণ কৰা সিদ্ধান্তসমূহৰ ভিতৰত আছে ঃ

১. চন্দ্ৰকান্ত অভিধানৰ ২য় সংস্কৰণ আৰু বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্যৰ The pronouncing Anglo-Assamese Dictionary ৰ ৭ ম সংস্কৰণক মান্যস্বৰূপে লোৱা;

২. ৰেফযুক্ত ব্যঞ্জনৰ দ্বিত্ব পৰিহাৰ, কিন্তু ৰেফযুক্ত য-ত য-কাৰ বিকল্পে গ্ৰহণ;

৩. চৰকাৰ, দৰকাৰ আদিত 'ৰ'ৰ বিকল্পে ৰেফ ব্যৱহাৰ;

৪. ঙ- সংযুক্ত শব্দত ং ৰ ব্যৱহাৰ;

৫. নেতিবাচক 'ন' ই ক্ৰিয়াৰ প্ৰথম বৰ্ণৰ স্ব ৰ গ্ৰহণ কৰিব, গতিকে নাখায়, নাযায় হ'ব;

৬. দুটা 'আ' ওচৰা-ওচৰিকৈ থাকিলে পৰৱৰ্তী 'আ'ৰ উচ্চাৰণ কেতিয়াবা 'এ' হ'লেও 'আ'-হে লিখা হ'ব।

৭. আৰবী আদি শব্দৰ চাহাব, জবাবৰ বাহিৰে বাকী 'ব' থকা শব্দৰ 'ব' 'প' হ'ব;

৮. পিছ, পাছ আদিত সদায় 'ছ' আৰু বিছ- এঁকেছ আদিতো 'ছ' ব্যৱহৃত হ'ব;

৯. লিখোঁতা বুজাবলৈ লেখক শব্দহে ব্যৱহৃত শব্দ;

১০. সংস্কৃত শব্দৰ আদি 'ৱ' 'ব' ৰে লিখা হ'ব; মাজত থাকিলে 'ৱ' হ'ব; সমাসবদ্ধ শব্দৰ মাজত প্ৰয়োজন অনুসৰি হাইফেন ব্যৱহৃত হ'ব; ডা-ডাঙৰীয়া, পা-পইচা, আদিৰ হাইফেন হ'ব; খদমদম আদিত হাইফেন নাথাকিব;

১১. পৰসৰ্গবোৰ শব্দৰ লগ লাগি থাকিব;

১২. একেটা শব্দৰ পুনৰাবৃত্তি হ'লে বেলেগাই লিখা হ'ব;

১৩. প্ৰথম পুৰুষৰ ক্ৰিয়া পদত ওঁ-ৰ ওপৰত চন্দ্ৰবিন্দু থাকিব, তেনেকৈ কওঁতে, যাওঁতে আদিতো থাকিব;

১৪. সোঁৱৰণ, গাঁও আদিত প্ৰথম স্বৰৰ ওপৰত চন্দ্ৰবিন্দু বহিব, অন্যান্য শব্দৰ চন্দ্ৰবিন্দু অভিধান মতে হ'ব;

অ'-স্বৰ উৰ্ধ্বকমাৰে দেখুওৱা হ'ব; য'ত পৰৱৰ্তী উচ্চস্বৰৰ বাবে 'অ' উচ্চাৰিত হয় তাত উৰ্ধকমা নাথাকিব।

১৯৭২ চনত গোলোকচন্দ্ৰ গোস্বামীৰ 'অসমীয়া আখৰ জোঁটনি' নামৰ গ্ৰন্থ এখন প্ৰকাশ পায়। গোস্বামীয়ে ভাষাবিজ্ঞানৰ ভিত্তিত উচ্চাৰণৰ গঢ়লৈ চাই প্ৰচলিত আখৰ-জোঁটনিৰ ব্যাপক সাল-সলনিৰ পোষকতা কৰিছিল। অসমীয়া ভাষাৰ উচ্চাৰণৰ মতে আমাৰ প্ৰচলিত আখৰ মালা (alphabet) এক প্ৰকাৰে প্ৰকৃতাৰ্থত, বৰ্ণমালা (phoneme chart) ৰ ৰূপ দিবলৈ প্ৰয়াস কৰা হৈছিল। তাকে কৰিবলৈ যাওঁতে একে উচ্চাৰণৰ আখৰবোৰ 'চ', 'ছ', 'জ', 'য', 'ঝ', 'শ', 'ষ', 'স' আদি বুজাবলৈ প্ৰচলিত আখৰ-মালাৰপৰাই একোটাকৈ আখৰ বাচি তলত একোটা ফুট (.) দি নতুন আখৰ তৈয়াৰ কৰা হৈছিল। যেনে - 'চ' আৰু 'ছ' ৰ কাৰণে মাত্ৰ 'চ' টো ৰাখি তলত ফুট দি 'ছ' কৰা হৈছিল। সেইদৰে 'জ' 'য' আৰু 'ঝ' ৰ ঠাইত 'জ.' আৰু 'শ', 'ষ', 'স'- ৰ ঠাইত 'স.' নিৰূপিত হৈছিল। প্ৰচলিত দন্ত্য আৰু মূৰ্ধন্য বৰ্গ দুটাৰ আখৰবোৰ উচ্চাৰণ কেৱল দন্ত্যমূলীয় হোৱাৰ কাৰণে এটা মাথোন দন্ত্যমূলীয় বৰ্গৰ বৰ্ণ বুজাবলৈ দন্ত্য আখৰকেইটা লোৱা হৈছিল।

অসম সাহিত্য সভাই ১৯৭৮ চনত পাঠশালাত অনুষ্ঠিত ষষ্ঠ লেখক শিবিৰৰ আলোচনা আৰু পৰামৰ্শাৱলী সন্নিবিষ্ট কৰি 'আখৰ জোঁটনিৰ সমস্যা' শীৰ্ষক গ্ৰন্থখন ১৯৮২ চনত প্ৰকাশ কৰি উলিয়ায়।গ্ৰন্থখনত মুকুন্দমাধৱ শৰ্মা, উপেন্দ্ৰ নাথ গোস্বামী, বিশ্বেশ্বৰ হাজৰিকা, সৰ্বেশ্বৰ ৰাজগুৰু, ভগবান মৰল, নগেন শইকীয়াকে ধৰি ১২ জন লেখকৰ অভিমত প্ৰবন্ধ আকাৰে প্ৰকাশ পাইছে। গ্ৰন্থখনৰ শেষত বিশেষজ্ঞ সমিতিৰ পৰামৰ্শাৱলী সন্নিবিষ্ট কৰিছে। এই সমিতিৰ সিদ্ধান্ত আৰু পৰামৰ্শাৱলীক পিছলৈ 'অসমীয়া আখৰ-জোঁটনি উপসমিতি'য়ে চূড়ান্ত ৰূপ দি ১৯৮৬ চনৰ ডিচেম্বৰ মাহত 'অসমীয়া আখৰ-জোঁটনি উপসমিতিৰ সিদ্ধান্তসমূহ' নামেৰে পুস্তিকা আকাৰে প্ৰকাশ কৰি উলিয়ায়। এই সিদ্ধান্তৱলীৰ মতে কেৱল সংস্কাৰৰ স্বাৰ্থতেই এটা আমূল পৰিৱৰ্তনৰ নীতি-গ্ৰহণ নকৰি মূল অনুসৰি জোঁটনি কৰা প্ৰচলিত নীতিকেই ৰাখিবলৈ স্থিৰ কৰা হয়।

১৯৯৮ চনত বাইহাটা চাৰিআলি সাহিত্য সভাই খগেশসেন ডেকাৰ সম্পাদনাত 'অসমীয়া বানান সমস্যা' নামেৰে গ্ৰন্থ এখন প্ৰকাশ পায়। ইয়াতো বানান সম্পৰ্কীয় বহুতো কথা উত্থাপিত হৈছে।

অসমীয়া আখৰ-জোঁটনি সংস্কাৰৰ বিভিন্ন প্ৰচেষ্টাৰ বাহিৰেও অসমীয়া ভাষাত সংস্কৃতমূলীয় প্ৰচলিত বানান ৰীতিৰ ব্যৱহাৰিক শুদ্ধতা ৰক্ষাৰ বাবে নিদানমূলক দুই চাৰিখন গ্ৰন্থ প্ৰকাশ হৈছে। তাৰ ভিতৰত মহেশ্বৰ নেওগৰ ১৯৯০ চনত প্ৰকাশিত 'নিকা অসমীয়া ভাষা', ১৯৯৩ চনত প্ৰকাশিত শিৱনাথ বৰ্মনৰ 'অসমীয়া আখৰ-জোঁটনিৰ কথা', অসমীয়া ছফ্‌টৱেৰ অভিধান প্ৰকল্পৰ ২০০৯ চনত প্ৰকাশ হোৱা 'ভুল নে ভুল' ইত্যাদি উল্লেখযোগ্য। ২০১০ চনত গোলোকচন্দ্ৰ গোস্বামীৰ 'অসমীয়া আখৰ-জোঁটনিৰ সমীক্ষা' গ্ৰন্থখন প্ৰকাশ পাইছে। গ্ৰন্থখনৰ প্ৰথম ভাগত ১৯৭২ চনতে প্ৰকাশ হোৱা গোস্বামীৰ 'অসমীয়া আখৰ-জোঁটনি' শীৰ্ষক গ্ৰন্থখনৰ সংশোধিত ৰূপ দাঙি ধৰা হৈছে। দ্বিতীয় ভাগত অসমীয়া আখৰ-জোঁটনি সম্পৰ্কীয় নতুন তথ্য আৰু তত্ত্ব আলোচিত হৈছে। অসমত ইতিপূৰ্বে প্ৰকাশ হোৱা জোঁটনি সংস্কাৰৰ নানা প্ৰচেষ্টাবোৰৰ আলোচনা, বিতৰ্ক আদিও দ্বিতীয় ভাগত দাঙি ধৰা হৈছে।



২০১০ চনত প্ৰকাশিত দেৱব্ৰত শৰ্মা সম্পাদিত 'অসমীয়া জাতীয় অভিধান'ত উচ্চাৰণভিত্তিক আখৰ জোঁটনি মূল জোঁটনিৰ বিকল্পৰূপে ৰখা হৈছে। এয়া নিতান্তই সাহসিক সিদ্ধান্ত, যদিও অভিধানৰ প্ৰকাশৰ পাছত হোৱা তুমুল বিতৰ্কৰ এটি প্ৰধান কাৰণ আছিল এই বিকল্প বানান।

অসমীয়া আখৰ-জোঁটনি সংস্কাৰৰ বাবে বৰ্তমানলৈকে যিবোৰ প্ৰচেষ্টা হাতত লোৱা হ'ল ইয়াৰ প্ৰতিটোতে কিবা নহয় কিবা কাৰণত বিতৰ্কৰ অৱকাশ আছিল। বিভিন্নজনৰ মত-পাৰ্থক্য বিষয়টোৰ প্ৰধান হেঙাৰ বুলিব পাৰি। তলত তেনে দুটিমান মত-পাৰ্থক্য দাঙি ধৰা হ'ল।

**মত-অমত ঃ**

১. জাদুৰাম ডেকাবৰুৱা আৰু মিছনেৰীসকলে ব্যৱহাৰ কৰা ভাষাৰ ভিত্তিত ৰচনা কৰা মাইল্‌চ ব্ৰন্সনৰ অভিধানৰ আখৰ-জোঁটনি হেমচন্দ্ৰ বৰুৱাৰ মতে - 'তাৰ বৰ্ণ বিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো সি যেনে হ'ব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোতাবিলাকৰ তাৰ পৰা একো উপকাৰ হোৱা নাই আৰু নহয়ো।' (হেমকোষ, পাতনি - ২০০৬, পৃ. IV)। সেইবাবে হেমচন্দ্ৰ বৰুৱাই সংস্কৃতমূলীয় আখৰ-জোঁটনি প্ৰতিষ্ঠা কৰিলে।

২. হেমচন্দ্ৰ বৰুৱাৰ সংস্কৃতমূলীয় আখৰ-জোঁটনি ৰীতি অবিসম্বাদী হৈ নাথাকিল। সংস্কৃতীয়া আখৰ-জোঁটনিয়ে সৃষ্টি কৰা বেমেজালি দূৰ কৰিবলৈ বিভিন্নজনে বিভিন্ন মত-পোষণ কৰে। ইয়াৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱাই কিছু ভিন্নমত পোষণ কৰে। তেওঁৰ মতে - 'উচ্চাৰণ যিমান লাগতিয়াল, মূল সিমান লাগতিয়াল নহয়। ভাষা লিখাৰ ঘাই অভিপ্ৰায় উচ্চাৰণ ৰখা আৰু আনলৈ পঠোৱা, শব্দৰ মূল ৰখা নহয়। .....মূলৰ লগত সাধাৰণৰ বৰ সম্পৰ্ক নাই।' (লম্বোদৰ বৰা ৰচনাৱলী, ১৯৮৩, পৃ. ৩১)

৩. চন্দ্ৰনাথ শৰ্মা আৰু ৰত্নকান্ত বৰকাকতিয়ে 'উষা' কাকতত অসমীয়া ভাষাৰ কেতবোৰ শব্দ আৰু উচ্চাৰণ আৰু বানান বিষয়ত বিতৰ্কৰ অৱতাৰণা কৰিছিল। 'অ' আৰু 'আ' কাৰান্ত শব্দৰ পিছত যে কৰ্তা কাৰকৰ বিভক্তিৰ চিন 'ই' নহৈ 'এ' 'য়' হোৱাহে উচিত তাক যুক্তিৰে বৰকাকতিয়ে চন্দ্ৰনাথ শৰ্মাৰ আপত্তি খণ্ডনৰ চেষ্টা কৰিছিল এনেদৰে - ' when এ (e) is added to অ (a) or আ (ā), the এ (e) has the sound of ই (i) and য় (y), and this এ (e) is therefore replaced by ই (i) or য় (y),' অৰ্থাৎ হ + এ = হয় (hay); যা + এ = যায় (jay)। Actually the এ has the sound of য় (y). so it is correct to write হবয় instead of হবই which word has the pronunciation of হবৈ। It is always seen in Assamese that wherever an ই follows an অ the two together form one ঐ, thus, হ + ই = হই = হৈ, গ + ই = গই = গৈ।'এনেকৈয়ে 'মই' আৰু 'তই' সৰ্বনাম দুটা 'ময়' আৰু 'তয়' লিখিব লাগে বুলি পৰামৰ্শ আগবঢ়াইছিল। (অসমীয়া আখৰ-জোঁটনি সমীক্ষা- গোলোকচন্দ্ৰ গোস্বামী, পৃ. ৩৬, ২০১০)

৪. ১৯৩৮ চনত অসম চৰকাৰে আখৰ-জোঁটনি নিৰ্ণয়ৰ বাবে দিয়া সমিতিৰ পৰামৰ্শ ৰত্নকান্ত বৰকাকতিয়ে সম্পূৰ্ণৰূপে নহ'লেও কিছুদূৰলৈ মানি লৈছে। আনন্দচন্দ্ৰ আগৰৱালাই

অলাগতিয়াল ঋ, ৯, ৯- ধ্বনি তিনিটাৰ আৱশ্যক নাই বুলি মত প্ৰকাশ কৰাৰ লগতে এ ধ্বনিৰ দুটা ৰূপ থকাৰ কথা উল্লেখ কৰি এটা এ' উৰ্দ্ধক'মা দিব লাগে বুলি মত প্ৰকাশ কৰিছিল। কিন্তু তেওঁৰ পৰামৰ্শ কোনেও গ্ৰাহ্য নকৰিলে। আগৰৱালাই স্বৰৰ গৌণ ৰূপবোৰ গু, ৰু, ৰূ, হৃ, শু, হৃ আদি এইদৰে নিলিখি গু, ৰু, ৰূ, হু, শু, হূ আদি ৰূপেৰে লিখাৰ পোষকতা কৰিছিল। সেইদৰে যুক্তাক্ষৰ যেনে ক্ৰ, এ, ভ্ৰ, ক্ত, হ্ম আদি ক্ৰমে ক্‌ৰ, ত্‌ৰ, ভ্‌ৰ, ক্‌তহ্‌ম আদি ৰূপত লিখিবলৈ পৰামৰ্শ দিছিল। কিন্তু তেখেতৰ পৰামৰ্শ নৰজিল। (উল্লিখিত, পৃ. ৩৭)

৫. কৃষ্ণকান্ত সন্দিকৈয়ে অসমীয়া বৰ্ণ-মালাৰ সংকোচন সমৰ্থন নকৰিছিল। দ্বিত্ব বৰ্জন মানিছিল আৰু সংযুক্ত ব্যঞ্জনৰ সৰলীকৰণ বিচাৰিছিল বুলি জানিব পাৰি।

৬. ডিম্বেশ্বৰ নেওগে চন্দ্ৰকুমাৰ আগৰৱালাৰ নীতিকে সমৰ্থন কৰিছিল। তেওঁলোক দুজনে হেমচন্দ্ৰ বৰুৱাৰ প্ৰায়বোৰ ৰীতি মানি লৈও কিছু কিছু ক্ষেত্ৰত সংস্কাৰ বিচাৰিছিল।

৭. যোগেশ্বৰ বৰা নামৰ এগৰাকী শিক্ষকে অসমীয়া আখৰ-জোঁটনিত স্বৰবৰ্ণৰ 'কাৰ' কেইটামানৰ বিভ্ৰান্তি গুচাই সংস্কাৰ সাধন কৰিব বিচাৰিছিল। তেওঁৰ মতে স্বৰৰ গৌণ ৰূপসমূহ গণ্ডগোলীয়া। গতিকে ইবোৰ গুটীয়াকৈ লিখিব লাগে। যেনে - শ্ৰীযওগএশ্বৰ বৰা। কলইয়াবৰ।। শইলঘাট। তেওঁৰ পৰামৰ্শ কোনেও গুৰুত্ব দিয়া যেন দেখা নগ'ল। (পূৰ্বোল্লিখিত, পৃ. ৩৯)

৮. ড° গোলোকচন্দ্ৰ গোস্বামীৰ 'অসমীয়া আখৰ জোঁটনি' নামৰ পুথিখনৰ বিপক্ষে তুমুল প্ৰতিবাদ হৈছিল। বিশ্বেশ্বৰ হাজৰিকাৰ মতে ই এক বৃথা চেষ্টাৰ বাহিৰে আন একো নহয়।

৯. গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰচেষ্টাক বিশ্বেশ্বৰ হাজৰিকাই মন্তব্য কৰিছে- 'গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিয়ে জোঁটনি সংস্কাৰ কৰিবলৈ অপচেষ্টা চলায়। সমিতিৰ আটাইবোৰ প্ৰচেষ্টাই আছিল ব্যাকৰণ, ভাষাবিজ্ঞান, আৰু ধ্বনিবিজ্ঞানৰ ফালৰ পৰা ভুল। হাজৰিকাই 'ঙ' সংযুক্ত শব্দবোৰ সদায় 'ঙ' ৰ সলনি অনুস্বৰহে লিখা হ'ব, ইত্যাদি নিয়মৰ তীব্ৰ বিৰোধিতা কৰিছে।'[৩]

১০. অসম সাহিত্য সভাৰ আখৰ-জোঁটনি উপসমিতিৰ সিদ্ধান্ত সম্পৰ্কে কাৰ কি অভিমত জনা নাযায়। অৱশ্যে আখৰ-জোঁটনিৰ বেমেজালি দূৰ কৰাত ই বিশেষ সফল নহ'ল।

১১. অসমীয়া অভিধানসমূহৰ আখৰ-জোঁটনিৰ নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত এক প্ৰধান ভূমিকা আছিল। কিন্তু অসমীয়া অভিধানসমূহৰ আখৰ-জোঁটনিৰ সমৰূপতাৰ অভাৱ দেখা যায়। শেহতীয়াভাৱে প্ৰকাশ পোৱা 'অসমীয়া জাতীয় অভিধানে' মূল জোঁটনিৰ বিকল্প হিচাপে দাঙি ধৰা উচ্চাৰণভিত্তিক আখৰ-জোঁটনিৰ বিৰুদ্ধে বিভিন্নজনে প্ৰবল প্ৰতিবাদ সাব্যস্ত কৰিছিল।

১২. সত্তৰৰ দশকৰ শেষৰ ফালে 'গাঁও' শব্দৰ চন্দ্ৰবিন্দুটো গ-ৰ ওপৰত নে ও-ৰ ওপৰত (গাওঁ) দিব লাগে, এই বিষয়ে বাতৰি কাকতত তুমুল বিতৰ্ক চলিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত মহেশ্বৰ নেওগৰ সঞ্চালনাত বহা এখন আলোচনা-চক্ৰত মানুহৰ জনবসতিপূৰ্ণ জনপদক গ-ৰ ওপৰত চন্দ্ৰবিন্দু দি গাঁও আৰু গীত গোৱা অৰ্থত ও-ৰ ওপৰত চন্দ্ৰবিন্দু দি গাওঁ লিখাৰ প্ৰস্তাৱ লোৱা হয়। বিশ্বেশ্বৰ



হাজৰিকা, ভগৱান মৰল আদিয়ে এই বিতৰ্ক বৰ্তমানেও অব্যাহত ৰাখিছে যদিও প্ৰায়সকলে এই সিদ্ধান্ত মানি লোৱা দেখা গৈছে।

১৩. গাঁও আৰু গাওঁ শব্দৰ বিতৰ্কৰ দৰে আন কিছুমান শব্দ যেনে - 'শিৰোনাম' নে 'শিৰোনামা', 'সন্মত' নে সম্মত'- এই লৈয়ো মাজে মাজে বিতৰ্ক হোৱা দেখা যায়।

**উপসংহাৰ ঃ**

এনেদৰে দেখা যায় যে, বিগত প্ৰায় দুটা শতিকাজুৰি অসমীয়া ভাষাৰ আখৰ-জোঁটনি সংস্কাৰৰ বাবে ভালে সংখ্যক প্ৰচেষ্টা হাতত লোৱা হ'ল যদিও বিভিন্ন কাৰণত এই প্ৰচেষ্টাবোৰে বিশেষ সফলতা লাভ কৰিবলৈ সমৰ্থ হোৱা নাই। অৱশ্যে ৰেফযুক্ত সংযুক্ত ব্যঞ্জনৰ দ্বিত্ব বৰ্জন, 'ঙ' সংযুক্ত বৰ্ণক ং ৰ ৰূপে লিখা, বিদেশী শব্দৰ ক্ষেত্ৰত ব্যাকৰণগত কাৰণ নাথাকিলে জানুৱাৰী-জানুৱাৰি, ফেব্ৰুৱাৰী-ফেব্ৰুৱাৰি, পট্টাদাৰ-পত্তাদাৰ, জালিয়ৎ-জালিয়ত ইত্যাদি ৰূপে লিখা, অন্যান্য দেশী আৰু তদ্ভৱ শব্দবোৰ, যেনে - ভাণ্ডাৰ > ভঁড়াল > ভঁৰাল, ডাঙ্গৰ > ডাঙৰ, মাঝ > মাজ আৰু সংখ্যাবাচক শব্দবোৰ , যেনে - ঊনবিংশ > ঊনৈশ > ঊনৈছ, বিংশ > বিছ > বিশ, ত্ৰিংশ > ত্ৰিশ > ত্ৰিছ - ইত্যাদি দুই চাৰিটা দিশও প্ৰায়সকলে সৰলীকৰণ মানি লৈছে। আখৰ-জোঁটনি সংস্কাৰৰ ক্ষেত্ৰত দুটা প্ৰধান মত পোৱা যায়। এই হ'ল বৰ্ণমালাৰ সংখ্যা হ্ৰাস কৰি উচ্চাৰণগতভাৱে আখৰ-জোঁটনি নিৰ্ণয় কৰিব লাগে। আনটো হ'ল- প্ৰচলিত আখৰ-জোঁটনিকে সৰলীকৰণৰ জৰিয়তে আখৰ-জোঁটনিৰ শৃংখলা লগাব লাগে। অতি কম সংখ্যকেহে উচ্চাৰণগত আখৰ-জোঁটনিৰ পোষকতা কৰিছে।

ওপৰৰ আলোচনাৰ পৰা এটা কথা স্পষ্ট হয় যে, কেৱল সংস্কাৰৰ স্বাৰ্থত আখৰ-জোঁটনিৰ সংস্কাৰ কৰিবলৈ গ'লে পূৰ্বৰ সমৰ্থন-বিতৰ্ক ইত্যাদিৰে পুনৰাবৃত্তি ঘটাৰ সম্ভাৱনাই বেছি। কিন্তু এক সুনিৰ্দিষ্ট ভাষা-নীতিৰে ভাষাটোৰ সম্প্ৰসাৰণ বা সংবৰ্ধনৰ স্বাৰ্থত উদাৰ চিত্তে আগবাঢ়ি আহিলেহে বাঞ্চিত ফল লাভ কৰিব পৰা যাব। উপযুক্ত ভাষা পৰিকল্পনাৰে অনা-অসমীয়াসকলৰ বাবে বা দ্বিতীয় ভাষা হিচাপে অসমীয়া ভাষা ব্যৱহাৰকাৰীসকলৰ মাজত অসমীয়া ভাষা প্ৰসাৰৰ স্বাৰ্থত অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ সংস্কাৰৰ বাবে উদাৰ মনোভাৱেৰে কাৰ্যপন্থা হাতত লোৱা দৰকাৰ হ'ব। তাৰ বাবে প্ৰয়োজন হ'লে বৰ্ণমালাৰ সংকোচন, ভুল শুদ্ধৰ কঠোৰ বাচ-বিচাৰৰ ক্ষেত্ৰত প্ৰয়োজন সাপেক্ষে নমনীয় হ'ব লাগিব।

**প্ৰসংগ সূত্ৰ ঃ**

১. মহেশ্বৰ নেওগ, **অসমীয়া সাহিত্যৰ ৰূপৰেখা** , ৪ৰ্থ তাঙৰণ, ১৯৭৪, পৃ. ২৩৯
২. গোলোকচন্দ্ৰ গোস্বামী, **অসমীয়া আখৰ জোঁটনি সমীক্ষা**, ১ম প্ৰকাশ ২০১০, পৃ. ৩৫
৩. সতীশ চন্দ্ৰ চৌধুৰী (সম্পা.) **আখৰ-জোঁটনি সমস্যা**, ১ম তাঙৰণ, ১৯৮২, পৃ. ১০

**গ্ৰন্থপঞ্জী ঃ**

গোস্বামী, গোলোকচন্দ্ৰ, ২০১০ ঃ অসমীয়া আখৰ জোঁটনি সমীক্ষা, বীণা লাইব্ৰেৰী- গুৱাহাটী-১

চৌধুৰী, সতীশচন্দ্ৰ

(সম্পা.), ১৯৮২ : আখৰ-জোঁটনি সমস্যা, অসম সাহিত্য সভা, যোৰহাট - ১
নেওগ, মহেশ্বৰ, ১৯৭৪ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, নিউ বুকষ্টল, গুৱাহাটী
নেওগ, মহেশ্বৰ, ২০০৮ : নিকা অসমীয়া ভাষা, লয়াৰ্ছ বুকষ্টল, গুৱাহাটী
ডেকা, খগেশ সেন (সম্পা.), ১৯৯৮ : অসমীয়া বানান সমস্যা, বাইহাটা চাৰিআলি সাহিত্য সভা
বৰ্মন, শিৱনাথ, ১৯৯৯ : অসমীয়া আখৰ-জোঁটনিৰ কথা, ভগৱতী প্ৰকাশন, গোলাঘাট
হাজৰিকা, বিশ্বেশ্বৰ, ১৮৮৬-৮৭ : অসমীয়া আখৰ-জোঁটনি উপ-সমিতিৰ সিদ্ধান্তসমূহ, অসম সাহিত্য সভা, যোৰহাট
........................, ১৯৭০ : অসমীয়া আখৰ-জোঁটনি পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি, গুৱাহাটী বিশ্ববিদ্যালয়



# ৰাজ্য ভাষাৰ প্ৰয়োজনীয়তা আৰু অসম চৰকাৰী ভাষা আইন ১৯৬০

**ড° মধুস্মৃতা বৰুৱা চাংকাকতি**
সহকাৰী প্ৰৱক্তা (জ্যেষ্ঠ), বাহনা মহাবিদ্যালয়

ভাষা মানুহৰ ভাব প্ৰকাশৰ মাধ্যম বুলি ধৰা হয়। স্বাধীন ভাৰতত ৰাষ্ট্ৰীয় পৰ্যায়ত ৰাষ্ট্ৰভাষা আৰু ৰাজ্যিক পৰ্যায়ত ৰাজ্যিক ভাষাৰ এক বৈপ্লৱিক পদক্ষেপ গ্ৰহণ কৰা হৈছিল। কোনো এখন ৰাজ্যত এটাতকৈ অধিক ভাষা থাকিলেও ৰাজ্যখনৰ সামূহিক কাৰ্যবোৰ চলাবৰ বাবে যি এটা ভাষা নিৰ্দিষ্ট কৰি লোৱা হয় সেই ভাষাকে ৰাজ্যভাষা বোলা হয়। সাধাৰণতে যি ভাষা ৰাজ্যখনৰ বিভিন্ন অঞ্চলত বুজি পোৱা হয়, সাধাৰণতে সেই ভাষাকে ৰাজ্যভাষাৰ মৰ্যাদা দিয়া হয়। ৰাজ্যভাষাৰ মাধ্যমেৰে কোনো এখন ৰাজ্যৰ আৱেগিক ঐক্য স্থাপন হোৱাত যথেষ্ট সুবিধা হয়। ৰাজ্যভাষাৰ মাধ্যমেৰে ৰাজ্যখনৰ সামূহিক কাৰ্যবোৰৰ পৰিচালনা কৰা হয় আৰু ই শিক্ষাদানৰ মাধ্যমৰূপে পৰিগণিত হয়। অসমত অসমীয়া ভাষাকে ৰাজ্যভাষাৰ মৰ্যাদা প্ৰদান কৰা বাবে ইয়াত বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ লোকসকলে গ্ৰহণ কৰিছে।

অসমত অসমীয়া ভাষাক ৰাজ্যভাষা হিচাপে ঘোষণা কৰি ভাৰতীয় সংবিধানৰ লগত সংগতি ৰাখি 'অসম চৰকাৰী ভাষা আইন ১৯৬০' আৰু 'অসম চৰকাৰী ভাষা নিয়মাৱলী ১৯৭০' প্ৰণয়ন কৰা হয়। চৰকাৰৰ সকলো স্তৰতে চৰকাৰী ভাষা ব্যৱহাৰৰ সুবিধাৰ্থে এখন দ্বিভাষিক (অসমীয়া, ইংৰাজী, অসমীয়া-ইংৰাজী) 'প্ৰশাসনীয় পৰিভাষা' প্ৰণয়ন কৰা হয়। পৰিভাষাখনৰ প্ৰথম, দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ খণ্ড প্ৰকাশ কৰা হৈছে। অসম ব্ৰিটিছৰ ৰাজত্বলৈ অহাৰ পাছত অৰ্থাৎ ১৮২৬ চনৰ পৰা ইংৰাজী ভাষা চৰকাৰী ভাষাৰূপে চলি অহাৰ বাবে অভ্যাসৰ পৰিণতি স্বৰূপে এই ভাষা সুপ্ৰতিষ্ঠিত হৈছে।

**চৰকাৰী ভাষা আইনখনৰ চমু আভাস —**

'চৰকাৰী কাম হ'ব ৰাইজৰ ভাষাৰেই
আইনখন হৈছিল এনেকুৱা আশাৰেই'

অসমবাসী ৰাইজৰ ইচ্ছাৰ প্ৰতি শ্ৰদ্ধা জনাই ভাষাৰ মাধ্যমেৰে প্ৰশাসনক জনসাধাৰণক ৰাইজৰ কাষ চপাই নিয়াৰ উদ্দেশ্যেৰে ১৯৬০ চনৰ ১৯ ডিচেম্বৰত অসম বিধান সভাই ৰচনা কৰা অসম চৰকাৰী ভাষা আইনখনে সন্মতি লাভ কৰে। সেই চনৰে ১৯ ডিচেম্বৰত অসম ৰাজপত্ৰৰ সাধাৰণ সংখ্যাত প্ৰকাশ পায়। চৰকাৰে ১৯৭০ চনত অসম চৰকাৰী ভাষা নিয়মাৱলী ৰচনা কৰে আৰু প্ৰশাসনৰ সকলো স্তৰতে ভাষা আইনৰ ধাৰাসমূহ কাৰ্যকৰী কৰাৰ ব্যৱস্থা গ্ৰহণ কৰে।

**অসম ৰাজ্যৰ চৰকাৰী কামৰ বাবে চৰকাৰী ৰাজ্যভাষা —**

**৩ ধাৰা—** ভাৰতীয় সংবিধানৰ ৩৪৬ আৰু ৩৪৭ অনুচ্ছেদৰ ব্যৱস্থাৱলীৰ অক্ষুণ্ণতা ক্ৰমে আৰু নিম্নোক্ত ব্যৱস্থা সাপেক্ষে অসম ৰাজ্যৰ সকলো কামতে অসমীয়া ভাষা ব্যৱহৃত হ'ব। ব্যৱস্থা আছে যে ইংৰাজী ভাষা ব্যৱহাৰ কৰাৰ অনুমতি থকা পৰ্যন্ত (কেন্দ্ৰীয় চৰকাৰী কাম-কাজৰ ক্ষেত্ৰত সংসদৰ দ্বাৰা প্ৰণীত আইনমতে) আৰু তাৰ পিছত ৰাজ্যিক চৰকাৰৰ সচিবালয় আৰু বিভাগীয় মুৰব্বীসকলৰ কাৰ্যালয়ৰ সকলো কাম-কাজত নিৰ্দেশিত ধৰণে ইংৰাজীৰ ঠাইত হিন্দীও ব্যৱহৃত হ'ব। অধিকন্তু ব্যৱস্থা আছে যে —

(ক) ভাৰতীয় সংবিধানৰ ২১৩ অনুচ্ছেদ অনুযায়ী ঘোষিত সকলো অধ্যাদেশ

(খ) ৰাজ্যৰ বিধান সভাৰ দ্বাৰা গৃহীত সকলো আইন

(গ) বিধান সভাত উত্থাপন হ'বলগীয়া সকলো বিধেয়ক আৰু ইয়াৰ ওপৰত আনিবলগীয়া সকলো সংশোধনী আৰু

(ঘ) ভাৰতীয় সংবিধান অনুযায়ী ৰাজ্য চৰকাৰে জাৰি কৰা সকলো আদেশ, বিনিময়, উপবিধি নাইবা সংসদ বা ৰাজ্য চৰকাৰে প্ৰণয়ন কৰা সকলো আইন ৰাজপত্ৰ অসমীয়া ভাষাতহে প্ৰকাশিত হ'ব।

**স্বায়ত্ত শাসিত অঞ্চল আৰু স্বায়ত্ত শাসিত জিলাৰ ভাষাৰ ব্যৱস্থাৰ বিষয়ে সুৰক্ষা ঃ**

৪।৩ ধাৰাৰ যিকোনো ব্যৱস্থাৰ দ্বাৰা বাধাগ্ৰস্ত নোহোৱাকৈ যথানুসাৰে স্বায়ত্ত শাসিত অঞ্চল বা জিলা পৰ্যায় পৰ্যন্ত প্ৰশাসনীয় আৰু অন্যান্য চৰকাৰী কাম-কাজৰ কাৰণে এই আইন বলবৎ হোৱাৰ ঠিক আগতে যিবিলাক ভাষা ব্যৱহৃত হৈ আহিছিল, সেই ভাষাই চলি থাকিব; যেতিয়ালৈকে ক্ষেত্ৰবিশেষে স্বায়ত্ত শাসিত অঞ্চল বা স্বায়ত্ত শাসিত জিলাৰ বাবে আঞ্চলিক পৰিষদ বা জিলা পৰিষদে উপস্থিত সদস্যৰ নূন্যতম দুই-তৃতীয়াংশ ভোটাধিক্যৰে আন কোনো ভাষা গ্ৰহণৰ সাপেক্ষে সিদ্ধান্তত উপনীত নহয়।

**কাছাৰ জিলাৰ ভিতৰত বঙালী ভাষা প্ৰয়োগৰ সুৰক্ষা ঃ**

৫২।৩ ধাৰাত সন্নিবিষ্ট ব্যৱস্থাৱলী ক্ষুণ্ন নকৰাকৈ কাছাৰ জিলাৰ অন্তৰ্গত জিলা পৰ্যায় পৰ্যন্ত প্ৰশাসনীয় বা অন্যান্য চৰকাৰী কাম-কাজৰ বাবে বঙালী ভাষা প্ৰয়োগ হ'ব।



**সহযোগী ভাষাৰূপে বড়ো ভাষা ঃ**

৫ক। ৪ ধাৰাত সন্নিৱিষ্ট ব্যৱস্থাৱলী ক্ষুণ্ন নকৰাকৈ ৰাজ্য-চৰকাৰে সময়ে সময়ে বড়ো লোকৰ সংখ্যা যথেষ্ট ৰূপে ঘোষণা কৰা অসম ৰাজ্যৰ জিলা তথা মহকুমাৰ কাৰ্যালয়ৰ সকলো বা অনুসূচিত নিৰ্দিষ্ট কৰা সকলো চৰকাৰী কাম-কাজত সহযোগী চৰকাৰী ভাষাৰূপে বড়ো ভাষা প্ৰয়োগ হ'ব।

**অসম লোকসেৱা আয়োগৰ দ্বাৰা পৰিচালিত পৰীক্ষাত চৰকাৰী ভাষা হিচাপে ইংৰাজী ভাষাৰ ব্যৱহাৰ ঃ**

৬। ৩ ধাৰাত থকা সকলো ব্যৱস্থাৰ দ্বাৰা বাধাগ্ৰস্ত নোহোৱাকৈ অসম লোকসেৱা আয়োগৰদ্বাৰা পৰিচালিত যি পৰীক্ষা, এইআইন বলৱৎ হোৱাৰ আগতে ইংৰাজী ভাষাত পৰিচালিত হৈ আহিছিল, সেইমতে পৰিচালিত হৈ থাকিব যেতিয়ালৈকে ইয়াৰ ব্যৱহাৰৰ অনুমতি থাকিব।

(কেন্দ্ৰীয় চৰকাৰৰ ক্ষেত্ৰত সংসদৰদ্বাৰা প্ৰণীত এই বিষয়ৰ কোনো আইন অনুযায়ী হ'ব) ব্যৱস্থা আছে যে অসম ৰাজ্যত প্ৰচলিত যি ভাষা প্ৰাৰ্থীৰ বিশ্ববিদ্যালয় পৰীক্ষাৰ মাধ্যম আছিল, সেই ভাষাকে বিকল্প ভাষা হিচাপে বাচি ল'বলৈ প্ৰাৰ্থীৰ অধিকাৰ থাকিব।

**বিভিন্ন ভাষিক সংখ্যালঘু জনগোষ্ঠীৰ অধিকাৰ ঃ**

৭। ধাৰা- এই আইন ব্যৱস্থা সাপেক্ষে ৰাজ্য চৰকাৰে সময়ে সময়ে জাৰি কৰা অধিসূচনাৰ যোগে অধিসূচনাতে স্পষ্টকৈ উল্লেখ কৰি অসম ৰাজ্যৰ নিৰ্দিষ্ট ভাষা ব্যৱহাৰৰ বিষয়ে নিৰ্দেশ দিব পাৰিব। ব্যৱস্থা আছে যে —

ক) শিক্ষানুষ্ঠানৰ মাধ্যমৰ ক্ষেত্ৰত ভাৰতীয় সংবিধানত সন্নিৱিষ্টব্যৱস্থানুসাৰে বিভিন্ন ভাষা গোষ্ঠীৰ অধিকাৰত প্ৰতিক্ৰিয়া নকৰে।

খ) শিক্ষা আৰু সাংস্কৃতিক অনুষ্ঠানলৈ ৰাজ্যিক অনুদানৰ ক্ষেত্ৰত ভাষা ভিত্তিত বৈষম্য নাথাকিব।

গ) অসম লোকসেৱাত নিযুক্তি আৰু ঠিকা আদি আৰু অন্যান্য বৃত্তিৰ ক্ষেত্ৰত ভাষা ভিত্তিত বৈষম্য প্ৰদান নকৰাকৈ অধিকাৰ সাব্যস্ত থাকিব, আৰু

ঘ) অঞ্চল আৰু জিলা কাৰ্যালয় বিলাকৰ টোকা লিখনৰ ক্ষেত্ৰত যদি কোনো কৰ্মচাৰীয়ে কোনো জিলাৰ ভাষাত টোকা লিখিবলৈ অপাৰগ হয়, তেন্তে বিভাগীয় মুৰব্বীয়ে ইংৰাজী ব্যৱহাৰ কৰিবলৈ অনুমতি দিব পাৰে, যেতিয়ালৈকে ইয়াৰ গ্ৰহণ যোগ্যতা থাকে। কেন্দ্ৰীয় চৰকাৰৰ ক্ষেত্ৰত সংসদৰ দ্বাৰা প্ৰণীত এই বিষয়ৰ আইন অনুযায়ী হ'ব।

বিভিন্ন সময়ত অসম চৰকাৰৰ প্ৰশাসনৰ মুৰব্বীসকলে 'কাৰ্যালয় স্মাৰক'ৰ দ্বাৰা সচিবালয়ৰ চৰকাৰী কাম-কাজত চৰকাৰী ভাষা প্ৰয়োগৰ নিৰ্দেশ দিলেও সেয়া নিৰ্দেশ হৈ থকাটোহে বিচাৰ্য বিষয়। (চৰকাৰী ভাষা প্ৰয়োগ পত্ৰিকা 'প্ৰয়োগ'ৰ পঞ্চদশ সংখ্যা, ফেব্ৰুৱাৰী, ২০০৮, পৃ. ৭৫)

**অসম চৰকাৰী ভাষা প্ৰয়োগ পৰ্যাপ্ত আৰু নিশ্চিত কৰিবলৈ হ'লে কিছুমান পদক্ষেপ গ্ৰহণ কৰিব লাগিব ঃ**

১. অসম চৰকাৰী ভাষা আইন ১৯৬০ আৰু অসম চৰকাৰী ভাষা নিয়মাৱলী ১৯৭০ সংশোধন ঘটাই চৰকাৰী ভাষা প্ৰয়োগ নকৰা কৰ্মচাৰীৰ বিৰুদ্ধে অনুশাসনমূলক ব্যৱস্থা গ্ৰহণ কৰিব লাগে।

২. চৰকাৰী ভাষা প্ৰয়োগ সঞ্চালকালয়ক অধিক কাৰ্যক্ষম কৰি তুলিব লাগে আৰু তাৰ বাবে পুঁজি আৱণ্টন দিবলৈ চৰকাৰে কুণ্ঠাবোধ কৰিব নালাগিব।

৩. ৰাজ্যভাষা চৰকাৰী কাৰ্যালয়, অৰ্ধচৰকাৰী কাৰ্যালয়, আইন-আদালতত পূৰ্ণভাৱে আগ্ৰহী কৰি তুলিবলৈ হ'লে প্ৰথমতে চৰকাৰী ভাষা প্ৰয়োগৰ বিষয়ে সকলোৱে অনুধাৱন কৰিব লাগিব। কিয়নো এনেধৰণৰ বাতাবৰণৰ মাধ্যমেৰে ৰাজ্যভাষাৰ প্ৰতি মৰম আৰু শ্ৰদ্ধা সৃষ্টি হোৱাত যথেষ্ট সহায়ক হ'ব। এনেধৰণৰ পৰিৱেশ সৃষ্টিৰ বাবে চৰকাৰী ভাষা প্ৰয়োগ সঞ্চালকালয়ৰ উপৰি গণ-মাধ্যম, সংবাদ মাধ্যম, স্বেচ্ছাসেৱী সংগঠন আদিৰ উমৈহতীয়া আৰু সৰ্বাত্মক সহযোগ অপৰিহাৰ্য হৈ পৰে। প্ৰশিক্ষক আৰু পৰামৰ্শদাতাৰ দল কিছুমান গঠন কৰি তেওঁলোকক কাৰ্যলয়সমূহলৈ গৈ ভাষাটোৰ প্ৰয়োজনীয়তা, প্ৰাসংগিকতা আদিৰ বিষয়ে বিশদভাবে আলোচনা কৰি ভাষাটোৰ সফল ৰূপায়ণ কৰাৰ প্ৰণালী প্ৰস্তুত কৰিব লাগে। মন্ত্ৰী, বিধায়ক, উচ্চস্তৰৰ আমোলা আৰু কাৰ্যালয়ৰ দায়িত্বত থকা শীৰ্ষ বিষয়াই যদি সকলো সময়তে চৰকাৰী বা ৰাজ্যভাষা ব্যৱহাৰ কৰিবলৈ লয়, তেন্তে তেনে কাৰ্যই , স্বাভাৱিকতে কৰ্মচাৰীসকলৰ বাবে এক অনুপ্ৰেৰণা হ'ব।

৪. সংশ্লিষ্ট বিষয়া-কৰ্মচাৰীসকলে পাৰিভাষিক শব্দৰ অভাৱৰ বাবে 'ড্ৰাফ্‌ট' (খচৰা) টোকা আদি ইংৰাজীতে লিখা বুলি বহু সময়ত মত ব্যক্ত কৰে। এনে আপত্তি বা সমস্যা দূৰ কৰাৰ বাবে প্ৰশাসনীয় পৰিভাষা, সংক্ষিপ্ত পৰিভাষা, ইংৰাজী-অসমীয়া অভিধান ইত্যাদি চৰকাৰী কাৰ্যালয়সমূহত হাততে পোৱাকৈ ৰাখিব লাগে। তাৰ ফলত বিষয়া-কৰ্মচাৰীসকলৰ পৰা কোনো অভিযোগ আহিব নোৱাৰে আৰু প্ৰশাসনিক কাম-কাজত ভাষাৰ সফল ৰূপায়ণ হ'ব বুলি আশা কৰিব পাৰি। প্ৰশাসনৰ লগত জড়িত অনুবাদ গ্ৰন্থ, আইন-বিধিমূলক অনুবাদমূলক গ্ৰন্থই ৰাজ্যভাষা কাৰ্যালয়সমূহত প্ৰয়োগ হোৱাত যথেষ্ট সুন্দৰ ভূমিকা পালন কৰে।

৫. ভাষা প্ৰয়োগৰ বাবে আলোচনা চক্ৰ, কৰ্মশালা, প্ৰদৰ্শনী আদি অনুষ্ঠিত কৰি ৰাজ্যভাষা প্ৰয়োগৰ বহুল প্ৰচাৰ আৰু ৰাইজ-প্ৰশাসনক ইয়াৰ প্ৰয়োগৰ বাবে অধিক সচেতন আৰু আগ্ৰহী কৰি তুলিব পাৰি।

৬. চৰকাৰী বা ৰাজ্যভাষাৰ বহুল প্ৰচাৰৰ বাবে জিলা বা মহকুমাৰ মুৰব্বীসকলে যথেষ্ট ভূমিকা গ্ৰহণ কৰিব লাগে। প্ৰতি জিলা আৰু মহকুমাত তথ্য আৰু জনসংযোগ বিভাগৰ কাৰ্যালয় আছে। গতিকে এই জনসংযোগ বিষয়াক এই ক্ষেত্ৰত ব্যৱহাৰ



কৰিব পাৰিলে যথেষ্ট সুফল পোৱা যাব। তথ্য আৰু জনসংযোগ বিভাগ আৰু চৰকাৰী ভাষা প্ৰয়োগ সঞ্চালকালয়ে ইটোৱে সিটোৰ পৰিপূৰকৰূপে কাম কৰি গ'লে অসমত এই ৰাজ্যভাষা প্ৰয়োগৰ সমস্যা সমাধান কৰিবলৈ আৰু বেছিদিন নালাগিব। ■

**সহায়ক পুথি —**


১. অসম চৰকাৰী ভাষা আইন (১৯৬০) আৰু ... নিয়মাৱলী (১৯৭০)...চৰকাৰী ভাষা প্ৰয়োগ সঞ্চালকালয়

২. 'প্ৰয়োগ' (দ্বাদশ, পঞ্চদশ আৰু ষষ্টদশ সংখ্যা) - চৰকাৰী ভাষা প্ৰয়োগ পত্ৰিকা

৩. 'ভাষা-বিজ্ঞান' - ড° উপেন্দ্ৰনাথ গোস্বামী

# বিষয় ঃ অসমীয়া ভাষাৰ যুক্তাক্ষৰ

**প'লি বৰা**

সহযোগী অধ্যাপিকা (অংশকালীন), দেৱৰাজ ৰয় মহাবিদ্যালয়

**ড° দিপালী বৰা**

মূৰব্বী অধ্যাপিকা, অসমীয়া বিভাগ, দেৱৰাজ ৰয় মহাবিদ্যালয়

**গীতাশ্ৰী ফুকন**

গৱেষিকা ছাত্ৰী, কেন্দ্ৰীয় অসম তত্ত্ব গৱেষণা সংস্থান

**০.০.০. প্ৰস্তাৱনা ঃ**

**০.০.১. আখৰ ধ্বনি প্ৰতীক লিপি ঃ**

ব্যক্ত বাণীৰ লিখিত প্ৰতিৰূপেই হ'ল লিপি। ভাষা একোটাত প্ৰয়োগ কৰা ধ্বনিসমূহক প্ৰকাশ কৰিবলৈ চিহ্ন স্বৰূপে অথবা প্ৰতীকৰূপে লিপি ব্যৱহাৰ কৰা হয়। দেখা যায়, লিপি আৰু ধ্বনি প্ৰতীক (আখৰ) দুয়োটা পৰস্পৰ সম্পূৰণসূচক শব্দ।

**০.০.২. অসমীয়া ভাষাৰ লিপিমালা ঃ**

মানৱ জাতিৰ ক্ৰমবিকাশৰ ইতিহাসত পৰিস্থিতিকেন্দ্ৰিক প্ৰয়োজন পূৰণৰ এক দীৰ্ঘকালীন প্ৰচেষ্টাৰ ফচল স্বৰূপ হ'ল লিপি। পৃথিৱীৰ প্ৰায়বিলাক ভাষাৰে নিজা লিপি আছে। অসমীয়া ভাষা এই ক্ষেত্ৰত ব্যতিক্ৰম নহয়। অসমীয়া ভাষাৰ লিপিমালাত দুই ধৰণৰ লিপি পোৱা যায় — ক) স্বৰ লিপি আৰু খ) ব্যঞ্জন লিপি।

স্বৰ লিপিমালাত অন্তৰ্ভুক্ত আখৰকেইটা হ'ল —

| | | | |
|---|---|---|---|
| অ | আ | ই | ঈ |
| উ | ঊ | ঋ | |
| এ | ঐ | ও | ঔ |



আকৌ, ব্যঞ্জন লিপিমালাত অন্তৰ্ভুক্ত আখৰ কেইটা হ'ল —

| | | | | |
|---|---|---|---|---|
| ক | খ | গ | ঘ | ঙ |
| চ | ছ | জ | ঝ | ঞ |
| ট | ঠ | ড | ঢ | ণ |
| ত | থ | দ | ধ | ন |
| প | ফ | ব | ভ | ম |
| য | ৰ | ল | ৱ | |
| শ | ষ | স | হ | |
| ক্ষ | ড় | ঢ় | য় | |
| ৎ | ং | ঃ | ঁ | |

অসমৰ প্ৰাথমিক বিদ্যালয়ৰ বাবে ৰজ্যিক শিক্ষা-গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদে প্ৰস্তুত কৰা পাঠ্যপুথি অনুযায়ী অসমীয়া স্বৰ আৰু ব্যঞ্জন আখৰৰ তালিকা দুখন দাঙি ধৰা হ'ল। এইখিনিতে উল্লেখ্য যে, ড° গোলোকচন্দ্ৰ গোস্বামীয়ে 'অসমীয়া বৰ্ণ-প্ৰকাশ' গ্ৰন্থত অসমীয়া ভাষাৰ স্বৰ আৰু ব্যঞ্জন মুঠ (৮ + ২৩) = ৩১ টাৰ বিপৰীতে এই বৰ্ণবোৰ বুজাবলৈ সৰ্বমুঠ ৫১ টা আখৰ ব্যৱহৃত হয় বুলি উল্লেখ কৰিছে। ড° গোস্বামীয়ে উক্ত গ্ৰন্থত দাঙি ধৰা লিপিমালা এনেধৰণৰ—

**ব্যঞ্জন লিপিমালা —**

| | | | | | |
|---|---|---|---|---|---|
| পশ্চ-তালব্য | ক | খ | গ | ঘ | ঙ |
| তালব্য | চ | ছ | জ | ঝ | ঞ |
| মূৰ্ধন্য | ট | ঠ | ড | ঢ | ণ |
| দন্ত্য | ত | থ | দ | ধ | ন |
| ঔষ্ঠ্য | প | ফ | ব | ভ | ম |
| | য | ৰ | ল | ৱ | |
| | শ | ষ | স | হ | |
| | ড় | ঢ় | য় | ৎ | |
| | ং | ঃ | ঁ | | |

**স্বৰ লিপিমালা—**

| | | | |
|---|---|---|---|
| অ | আ | ই | ঈ |
| উ | ঊ | ঋ | ৠ |
| এ | ঐ | ও | ঔ |

ড° গোস্বামীয়ে পৰম্পৰাগত ব্যঞ্জনলিপিমালাত অন্তৰ্ভুক্ত 'ক্ষ' আখৰটো বাদ দিয়া পৰিলক্ষিত হয়। তদুপৰি, স্বৰ লিপিমালাত তেওঁ 'ৠ' অন্তৰ্ভুক্ত কৰিছে যদিও সংখ্যাত গণনা কৰা নাই যেন অনুমান হয়।

**০.০.৩. অসমীয়া ভাষাৰ বৰ্ণ আৰু লিপিৰ সমন্বয় ঃ**

ধ্বনিবোৰ মানুহৰ বাগযন্ত্ৰৰ দ্বাৰা উচ্চাৰিত হয়। বিশিষ্ট ধ্বনিগোটক বৰ্ণ ৰূপে চিনাক্ত

কৰা হয়। আকৌ, বৰ্ণ তথা ধ্বনিৰ দৃশ্যমান লিখিত প্ৰতীকেই হ'ল আখৰ। অসমীয়া ভাষাত ৮ টা স্বৰ বৰ্ণ আৰু ২৩ টা ব্যঞ্জন বৰ্ণ পোৱা যায়। আৰু, এইবোৰৰ প্ৰতিনিধিত্বকাৰী প্ৰায় ৫৭ টা আখৰ পোৱা যায়। অসমীয়া ভাষাৰ বৰ্ণ অনুযায়ী তাৰ প্ৰতিনিধিত্বকাৰী আখৰবোৰ এনেধৰণৰ —

| ব্যঞ্জন বৰ্ণ | আখৰ |
|---|---|
| প | 'প' |
| ফ | 'ফ' |
| ব | 'ব', 'ৱ' |
| ভ | 'ভ' |
| ম | 'ম' |
| ত | 'ত', 'ট', 'ৎ' |
| থ | 'থ', 'ঠ' |
| দ | 'দ', 'ড' |
| ধ | 'ঢ', 'ধ' |
| ক | 'ক' |
| খ | 'খ' |
| গ | 'গ' |
| ঘ | 'ঘ' |
| স | 'চ', 'ছ' ('শ', 'ষ', 'স') |
| য | 'জ', 'য', 'ঝ', 'হ্য', 'ৰ্য' (ʃ) |
| ষ | 'শ', 'ষ', 'স' |
| হ | 'হ', 'ঃ' |
| ন | 'ন', 'ণ' |
| ঙ | 'ঙ', 'ং' |
| ৰ | 'ৰ', 'ড়', 'ঋ', '্ৰ' |
| ল | 'ল' |
| য় | 'য়', 'ঞ', 'ই' |
| ৱ | 'ৱ', 'ও', 'উ' |
| **স্বৰবৰ্ণ** | **আখৰ** |
| ই | 'ই', 'ঈ' |
| এ' | 'এ' |
| এ | |
| আ | 'আ' |
| অ | 'অ' |
| অ' | 'অ'', 'অ' |
| ও | 'ও' |
| উ | 'উ', 'ঊ', 'ও' |



**১.০.০. অসমীয়া ভাষাত থকা যুক্তাক্ষৰ ঃ**

অসমীয়া ভাষাৰ যুক্তাক্ষৰ দুই ধৰণৰ। স্বৰৰ যুক্তাক্ষৰ আৰু ব্যঞ্জনৰ যুক্তাক্ষৰ। অসমীয়া ভাষাতত্ত্বৰ আলোচনাত স্বৰৰ যুক্তাক্ষৰক স্বৰ-সংযুতি বোলা হৈছে। অসমীয়া ভাষাত ব্যঞ্জনৰ বহুত যুক্তাক্ষৰ পোৱা যায়। এইবোৰৰ বেছি সংখ্যক যুক্তাক্ষৰ তৎসম শব্দত আৰু বিদেশী ভাষাৰ পৰা পোনে পোনে অসমীয়ালৈ অহা শব্দত পোৱা যায়।

**১.০.১. ব্যঞ্জনৰ যুক্তাক্ষৰ ঃ**

ব্যঞ্জনৰ যুক্তাক্ষৰকহে আমাৰ আলোচনাৰ আধাৰ স্বৰূপে লোৱা হৈছে। কাৰণ, ব্যঞ্জনৰ যুক্তাক্ষৰে ভাষাটোক ন-শিকাৰুৰ বাবে বহু পৰিমাণে জটিল কৰি তুলিছে। প্ৰসংগটোৰ প্ৰমাণস্বৰূপে আমি ক্ষেত্ৰ অধ্যয়নৰ সহায় লৈছো। অসমীয়া আৰু ইংৰাজী দুয়োটা মাধ্যমৰ শিক্ষাৰ্থীৰ পৰা পোৱা কেইটামান তথ্য দাঙি ধৰা হ'ল।

| আৰ্হি প্ৰশ্ন | বিদ্যালয় অনুযায়ী শিক্ষাৰ্থীৰ উত্তৰ | | |
|---|---|---|---|
| | (১) | (২) | (৩) |
| ক) অসমীয়া পাঠবোৰ পঢ়ি কেনে পোৱা? | ভালপাওঁ | ঠিকেই | ভালো নাপাওঁ বেয়াও নাপাওঁ |
| খ) যুক্তাক্ষৰ থকা বানান পঢ়িবলৈ বেয়া পোৱা নেকি? | জটিল পাওঁ | বেয়া নাপাওঁ কিন্তু কিছুমান পৰীক্ষাত ভুল হয়। | বেয়া পাওঁ |
| গ) কি কি যুক্তাক্ষৰ কঠিন পোৱা।? | হ্ম, ষ্ঞ | ঞ্জ, জ্ঞ | প্ৰায়বোৰেই |
| ঘ) যুক্তাক্ষৰ ভাঙা | | | |
| হ্ন | হ + ন | হ + ণ | হ + ন |
| হ্ণ | হ + ণ | হ + ন | হ + ন |
| ষ্ঞ | ষ + ঞ | ষ + ঞ | ষ + ঞ |
| হ্ব | হ + ব | হ + ব | হ + ব |
| ন্ব | ন + ব | ন + ব | ন + ব |
| ঞ্চ | ঞ + চ | ঞ + চ | ন + চ |
| জ্ব | জ + ৱ | জ + ব | জ + ব |
| ক্ষ্ণ | ক্ষ + ণ | ক্ষ + ন | ক্ষ + ন |
| হ্ম | ক্ষ + ম | হ + ম | - ? |

**বৰ্ণনা ঃ** তালিকাত দেখুওৱা (১). (২), (৩) — তিনিখন বিদ্যালয়ৰ শিক্ষাৰ্থী। (১) — নং শিক্ষাৰ্থী গৰাকী অসমীয়া মাধ্যমৰ চৰকাৰী প্ৰাথমিক বিদ্যালয়ৰ। (২) নং শিক্ষাৰ্থীগৰাকী

অসমীয়া মাধ্যমৰ বেচৰকাৰী প্ৰাথমিক বিদ্যালয়ৰ আৰু (৩) নং শিক্ষাৰ্থীগৰাকী ইংৰাজী মাধ্যমৰ বিবেকানন্দ কেন্দ্ৰীয় বিদ্যালয়ৰ।

ক্ষেত্ৰ অধ্যয়নৰ পৰা পোৱা তথ্যই আমাক কিছু পৰিমাণে হ'লেও অসমীয়া ভাষাত ব্যঞ্জনৰ যুক্তাক্ষৰৰ বিশদ অধ্যয়নৰ প্ৰাসংগিকতাৰ কথা দোহাৰে।

### ১.০.২ সংযুক্ত ব্যঞ্জনৰ তালিকা ঃ

অসমীয়া ভাষাত পোৱা সংযুক্ত ব্যঞ্জনবোৰ তালিকা কৰি এনেদৰে দেখুৱাব পাৰি —

ক) ৰ- ৰ সৈতে সংযুক্ত —

| যুক্তাক্ষৰ | বিশ্লেষণ | শব্দত প্ৰয়োগ |
|---|---|---|
| ক্ৰ/ ক্র | ক + ৰ | আক্ৰমণ |
| গ্ৰ | গ + ৰ | উগ্ৰ |
| ঘ্ৰ | ঘ + ৰ | ঘ্ৰাণ |
| জ্ৰ | জ + ৰ | বজ্ৰ |
| ট্ৰ | ট + ৰ | ট্ৰেক্টৰ |
| ত্ৰ / ত্র | ত + ৰ | ত্ৰাণ |
| দ্ৰ | দ + ৰ | দ্ৰৱ |
| ধৃ | ধ + ৰ (ঋ) | ধৃতি |
| নৃ | ন + ৰ (ঋ) | নৃপতি |
| প্ৰ | প + ৰ | প্ৰাণ |
| ব্ৰ | ব + ৰ | ব্ৰত |
| ভ্ৰ | ভ + ৰ | ভ্ৰম |
| ম্ৰ | ম + ৰ | ম্ৰিয়মান |
| স্ৰ | স + ৰ | সহস্ৰ |
| হ্ৰ | হ + ৰ | হ্ৰাস |
| শ্ৰ | শ + ৰ | শ্ৰম |

খ) 'ৰ' প্ৰাৰম্ভতে সংযুক্ত হ'লে —

| | | |
|---|---|---|
| ৰ্ক | ৰ + ক | অৰ্ক |
| ৰ্খ | ৰ + খ | মূৰ্খ |
| ৰ্গ | ৰ + গ | অৰ্গল |
| ৰ্ঘ | ৰ + ঘ | অৰ্ঘ্য |
| ৰ্চ | ৰ + চ | অৰ্চনা |
| ৰ্জ | ৰ + জ | আৰ্জন |
| ৰ্ত | ৰ + ত | আৰ্ত |
| ৰ্থ | ৰ + থ | অৰ্থ |
| ৰ্দ | ৰ + দ | দুৰ্দশা |
| ৰ্ধ | ৰ + ধ | অৰ্ধ |
| ৰ্ণ | ৰ + ণ | বৰ্ণ |
| ৰ্প | ৰ + প | সৰ্প |
| ৰ্ফ | ৰ + ফ | কৰ্ফাল |
| ৰ্ব | ৰ + ব | গৰ্ব |
| ৰ্ভ | ৰ + ভ | গৰ্ভ |
| ৰ্ম | ৰ + ম | বৰ্ম |
| ৰ্য | ৰ + য | আৰ্য |
| ৰ্শ | ৰ + শ | অৰ্শ |
| ৰ্ষ | ৰ + ষ | বৰ্ষ |
| ৰ্হ | ৰ + হ | অৰ্হতা |



গ) 'ঙ'ৰ সৈতে সংযুক্ত —

| | | |
|---|---|---|
| ঙ্ক/ স্ক | ঙ + ক | অঙ্ক |
| ঙ্গ | ঙ + গ | অঙ্গা |
| ঙ্ঘ | ঙ + ঘ | সঙ্ঘ |
| ঙ্খ | ঙ + খ | শঙ্খ |

(ঘ) 'ল'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| ক্ল | ক + ল | ক্লেশ |
| গ্ল | গ + ল | গ্লানি |
| প্ল | প+ ল | প্লেগ |
| ফ্ল | ফ + ল | ইনফ্লুৱেঞ্জা |
| ব্ল | ব + ল | ব্লেড |
| ম্ল | ম + ল | ম্লান |
| শ্ল | শ + ল | শ্লাঘা |
| হ্ল | হ + ল | আহ্লাদ |

'ল'ৰ প্ৰাৰম্ভতে হ'লে

| | | |
|---|---|---|
| ল্ক | ল + ক | বল্কল |
| ল্গ | ল + গ | ফল্গু |
| ল্ট | ল + ট | উল্টা |
| ল্ম | ল + ম | গুল্ম |

(চ) 'ৱ'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| জ্ব | জ + ৱ | জ্বালামুখী |
| ত্ব | ত + ৱ | ত্বক |
| দ্ব | দ + ৱ | দ্বাৰকা |
| ধ্ব | ধ + ৱ | ধ্বজা |
| ন্ব | ন + ৱ | অন্বয় |
| স্ব | স + ৱ | স্বভাৱ |
| শ্ব | শ + ৱ | অশ্ব |

(ছ) 'স'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| স্ক | স + ক | স্কুল |
| স্খ | স + খ | স্খলন |
| স্ত | স + ত | অস্ত |
| স্থ | স + থ | স্থান |

| | | | | | |
|---|---|---|---|---|---|
| ল্প | ল + প | গল্প | স্ম | স + ম | স্মৰণ |
| ল্য | ল + য় | মাল্য | স্ফ | স + ফ | স্ফুৰণ |
| | | | স্ৰ | স + ৰ | সহস্ৰ |
| | | | স্য | স + য় | দাস্য |
| | | | স্ব | স + ব | স্বভাৱ |

(ঙ) 'য়'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| ক্য | ক + য় | বাক্য |
| খ্য | খ + য় | খ্যাতি |
| গ্য | গ + য় | ভাগ্য |
| জ্য | জ + য় | ৰাজ্য |
| ত্য | ত + য় | সত্য |
| দ্য | দ + য় | অদ্যপি |
| ধ্য | ধ + য় | সাধ্য |
| ন্য | ন + য় | ন্যায় |
| ঢ্য | ঢ + য় | আঢ্যৱন্ত |
| ব্য | ব + য় | সব্যসাচী |
| ম্য | ম + য় | ম্যানমাৰ |
| ল্য | ল + য় | শল্য |
| স্য | স + য় | শস্য |
| শ্য | শ + য় | শ্যাম |
| হ্য | হ + য় | সহ্য |

(জ) 'ষ'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| ষ্ক | ষ + ক | আৱিষ্কাৰ |
| ষ্ট | ষ + ট | নষ্ট |
| ষ্ঠ | ষ + ঠ | ঔষ্ঠ্য |
| ষ্প | ষ + প | বাষ্প |
| ষ্ম | ষ + ম | উষ্ম |

(ঝ) 'ঞ'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| ঞ্চ | ঞ + চ | কাঞ্চন |
| ঞ্ছ | ঞ + ছ | বাঞ্ছা |
| ঞ্জ | ঞ + জ | অঞ্জন |
| জ্ঞ | জ + ঞ | আজ্ঞা |

ঞ) 'ম'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| ম্প | ম + প | কম্পন |
| ম্ব | ম + ব | অম্ব |
| ম্ভ | ম + ভ | দম্ভ |
| ম্ৰ | ম + ৰ | অম্ৰ |
| ম্ল | ম + ল | ম্লান |
| ম্য | ম + য় | সৌম্য |
| হ্ম | ক্ষহ + ম | ব্ৰহ্মপুত্ৰ |
| ক্ষ্ম | ক্ষ + ম | সূক্ষ্ম |
| ক্ম | ক + ম | ৰুক্ম |
| গ্ম | গ + ম | বাগ্মী |

ড) 'হ'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| হ্ৰ | হ + ৰ | হ্ৰাস |
| হৃ | হ + ঋ | হৃদয় |
| হ্ন | হ + ন | বহ্নি |
| হ্ণ | হ + ণ | পৰাহ্ণ |

ঢ) পৰম্পৰাগতভাৱে চলি অহা অন্য কিছু যুক্তাক্ষৰ

| | | |
|---|---|---|
| ক্স | ক + স | নক্সা |
| প্স | প + স | লিপ্সা |



| | | | | | |
|---|---|---|---|---|---|
| শ্ম | শ + ম | শ্মশান | ক্ষ্ণ | ক্ষ + ণ | তীক্ষ্ণ |
| দ্ম | দ + ম | পদ্ম | ক্ত | ক + ত | ৰক্ত |
| দ্ধ | দ + ধ | বিদ্ধ | চ্ছ | চ + ছ | শিৰচ্ছেদ |
| | | | শ্চ | শ + চ | বৃশ্চিক |

ট) 'ন'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| ন্ত | ন + ত | অন্ত |
| ন্থ | ন + থ | সন্থা |
| ন্দ | ন + দ | নন্দ |
| ন্ধ | ন + ধ | অন্ধ |
| ন্স | ন + স | কেন্সাৰ |
| ন্ম | ন + ম | তন্ময় |
| দ্ভ | দ + ভ | উদ্ভৱ |
| ট্ট | ট + ট | অট্টালিকা |
| ত্ত | ত + ত | বিত্ত |
| ত্থ | ত + থ | উত্থান |
| গ্ন | গ + ন | অগ্নি |
| ব্জ | ব + জ | কুব্জা |
| ব্ধ | ব + ধ | ক্ষুব্ধ |
| ব্দ | ব + দ | শব্দ |
| ঘ্ন | ঘ + ন | কৃতঘ্ন |

ঠ) 'ণ'ৰ সৈতে সংযুক্ত

| | | |
|---|---|---|
| ণ্ট | ণ + ট | ঘণ্টা |
| ণ্ঠ | ণ + ঠ | কণ্ঠ |
| ণ্ড | ণ + ড | অণ্ড |
| ণ্ঢ | ণ + ঢ | সণ্ঢালনি |
| ষ্ণ | ষ + ণ | বিষ্ণু |

ণ) সৰ্বাধিক তিনিটা আখৰেৰে গঠিত যুক্তাক্ষৰ ঃ

| | | | |
|---|---|---|---|
| স্প্ৰ | = | স + প + ৰ, | স্প্ৰীং |
| ষ্প্ৰ | = | ষ + প + ৰ, | দুষ্প্ৰাপ্য |
| স্ত্ৰ | = | স + ত + ৰ, | স্ত্ৰী |
| ষ্ট্ৰ | = | ষ + ট + ৰ, | ৰাষ্ট্ৰ |
| স্ক্ৰ | = | স + ক + ৰ, | স্ক্ৰু |
| ষ্ক্ৰ | = | ষ + ক + ৰ, | নিষ্ক্ৰিয় |
| স্মৃ | = | স + ম + ঋ, | স্মৃতি |
| ন্ত্ৰ | = | ন + ত + ৰ, | অন্ত্ৰ |
| ন্ধ্ৰ | = | ন + ধ + ৰ, | অন্ধ্ৰ |
| ম্প্ৰ | = | ম + প + ৰ, | সম্প্ৰদান |
| ম্ভ্ৰ | = | ম + ভ + ৰ, | সম্ভ্ৰম |
| ত্ত্ব | = | ত + ত + ব, | তত্ত্ব |
| স্তু | = | স + ত + উ, | বস্তু |

| | | | |
|---|---|---|---|
| ন্তু | = | ন + ত + উ , | জন্তু |
| ত্রু | = | ত + ৰ + উ , | শত্রু |
| শ্রূ | = | শ + ৰ + ঊ , | শুশ্রূষা |
| জ্জ্ব | = | জ + জ + ৱ , | উজ্জ্বল |

১.০.৩. পৰম্পৰাগতভাৱে প্ৰচলিত হৈ অহা যুক্তাক্ষৰবোৰৰ বিশ্লেষণত বৰ্তমান প্ৰাথমিক বিদ্যালয়ৰ বাবে প্ৰস্তুত কৰা পাঠ্যপুথিত বহু ত্ৰুটী পৰিলক্ষিত হয়। তেনে কেইটামান উদাহৰণ দাঙি ধৰা হ'ল —

উদাহৰণ. ১ঃ

ন + ট = ——

(পৃ. ২৪)

উদাহৰণ. ২ঃ

ঙ + ভ = ——

(পৃ. ২৬)

উদাহৰণ. ৩ঃ

ঞ + চ = ঞ্চ , পঞ্চ

(পৃ. ২৮)

উদাহৰণ. ৪ঃ

হ + ব = হ্ব

(পৃ. ৩৯)

উদাহৰণ. ৫ঃ

দ + ব = দ্ব ,

(পৃ. ৪৫)

উদাহৰণ. ৬ঃ

জ + ব = জ্ব

(পৃ. ৪৯)

[উৎস ঃ 'আখৰ লিখোঁ আহা'
(অভ্যসন পুস্তিকা)
দ্বিতীয় শ্ৰেণীৰ বাবে
অসম সৰ্বশিক্ষা অভিযান মিছন]

উদাহৰণ. (১) ৰ হ'বলগীয়া শুদ্ধ ৰূপ

ণ + ট = ণ্ট

উদাহৰণ. (২) ৰ + ঙ = ভ ?, আজিকোপতি কোনো যুক্তাক্ষৰ ৰূপ নাই।



উদাহৰণ. (৩) ৰ হ'বলগীয়া শুদ্ধ ৰূপ

ঞ + ছ = ঞ্ছ

তেনেদৰে, হ + ৱ = হ্ব শুদ্ধ হ'ব নোৱাৰে। হ'ব লাগিব হ + ব = হ্ব। তেতিয়াহে, 'আহ্বান' শব্দটো আমি উচ্চাৰণ কৰিব পাৰিম। ঠিক একেদৰে উদাহৰণ, (৪) আৰু (৫) ত যোগ হোৱা 'ব' দুটা হ'ব লাগিব 'ৱ'। তেতিয়াহে 'দ্বাৰকা' অথবা 'জ্বলোৱা' শব্দ দুটাক প্ৰচলিত অনুযায়ী উচ্চাৰণ কৰিব পাৰিম।

**২.০.০. যুক্তাক্ষৰসমূহৰ বৰ্তমান ব্যৱহাৰ ঃ**

২.০.১. অসমীয়া ভাষাত অতীজৰে পৰা প্ৰচলন হৈ অহা যুক্তাক্ষৰবোৰ সম্পূৰ্ণৰূপে উচ্চাৰণভিত্তিত নিৰ্মিত। সেয়ে, এইবোৰৰ আঁতি-গুৰি প্ৰাৰম্ভণিৰ শিক্ষা জীৱনত নিশিকাৰ ফলত বহু যুক্তাক্ষৰৰ প্ৰয়োগত ভুল পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে, 'গ্ল' আৰু 'প্ল' — এই যুক্তাক্ষৰ দুটাৰ প্ৰয়োগ পোৱা যায় — 'গ্ল' অথবা 'প্ল' — ৰূপত। দৰাচলতে, মাত্ৰাহীন 'গ' আৰু 'প' আখৰ দুটা 'ল' ৰ লগত সংযোগ কৰি লিখোঁতে মাত্ৰাৰ কথাটো মন কৰা উচিত।

২.০.২. বৰ্তমান যুক্তাক্ষৰৰ সৰল প্ৰয়োগ পোৱা যায়।

যেনে — অঞ্জন > অন্‌জন
অঞ্জলি > অন্‌জলি

তদুপৰি, ৰেফ্ অৰ পিছত চ, জ, ত, দ, ব, ম, য — আখৰকেইটাৰ দ্বিত্ব বৰ্জন কৰা হৈছে।

উদাহৰণ —
অৰ্চ্চনা > অৰ্চনা
নিৰ্জ্জীৱ > নিৰ্জীৱ
কীৰ্ত্তি > কীৰ্তি
দুৰ্দ্দশা > দুৰ্দশা
বৰ্ব্বৰ > বৰ্বৰ
ধৰ্ম্ম > ধৰ্ম
কাৰ্য্য > কাৰ্য

আকৌ, সৰলতাৰ নামত আজিকালিৰ বাতৰি কাকত-পত্ৰত ব্যৱহাৰ কৰা যুক্তাক্ষৰৰ ভুল ৰূপ এনেধৰণৰ —দৈৰ্ঘ, সামৰ্থ, মহত্ব। কিন্তু, হ'ব লাগিছিল, দৈৰ্ঘ্য, সামৰ্থ্য, মহত্ত্ব।

২.০.৩. দ্বিত্ব বৰ্জনৰ দ্বাৰা লিখন পদ্ধতি সৰল কৰা হৈছে সঁচা। কিন্তু, য'তে ইচ্ছা ত'তে প্ৰয়োগকাৰীয়ে সৰল যুক্তাক্ষৰ ব্যৱহাৰ কৰিলে অসমীয়া বানানৰ বিপৰ্যয় অনিবাৰ্য। আমাৰ যুক্তাক্ষৰৰ গঠন সম্পূৰ্ণৰূপে উচ্চাৰণভিত্তিক হোৱা হেতুকে বহুজনে যুক্তাক্ষৰ গঠন কৰোঁতে উচ্চাৰিত নোহোৱা আখৰ বৰ্জন কৰা পৰিলক্ষিত হয়। কিন্তু, অসমীয়া ভাষাৰ ক্ষেত্ৰতে নহয়, ইংৰাজী ভাষাৰ ক্ষেত্ৰতো আমি যদি চাওঁ, দেখা পাম যে কিছুমান শব্দৰ গঠনত

উচ্চাৰিত নোহোৱা আখৰো ব্যৱহৃত হয়।

যেনে — i) rhinoceros (গঁড়)

ii) psychology (মনোবিজ্ঞান)

iii) lieutenant (সেনা বিষয়া)

iv) light (পোহৰ) ইত্যাদি।

কিন্তু, ইংৰাজী ভাষাই পৰম্পৰাক বাদ দি বানানৰ গঠন সলনি কৰা নাই। ভাষাটোৰ প্ৰতি মৰ্যাদা প্ৰদানেই হয়তো ইয়াৰ ঘাই কাৰণ।

২.০.৪. যুক্তাক্ষৰবোৰ সৰল হৈ পৰা অথবা সৰল কৰি পেলোৱাৰ কাৰণো নোহোৱা নহয়। ইলেকট্ৰনিক যুগৰ অৱদানস্বৰূপে কম্পিউটাৰৰ বহুল প্ৰয়োগ ইয়াৰ এক অন্যতম কাৰণ হ'ব পাৰে। কম্পিউটাৰত ব্যৱহৃত 'অসমীয়া লিপিৰ চফট্‌ৱেৰত অদ্যপি যুক্তাক্ষৰবোৰৰ পোনপটীয়া লিপি নাই। অৰ্থাৎ, 'কি পে'ড'ত বিচাৰিলেই পোনপটীয়াকৈ পোৱা নাযায়। ইয়াৰোপৰি, মানুহৰ অজ্ঞতাও যুক্তাক্ষৰবোৰ যধে মধে সৰলীকৃত হোৱাৰ আন এক কাৰণ।

৩.০.০. **মন্তব্য**

অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য ব্যঞ্জনৰ যুক্তাক্ষৰবোৰ শুদ্ধ ৰূপত প্ৰয়োগ কৰিবলৈ হ'লে শুদ্ধকৈ শিকিব আৰু শিকাব লাগিব। 'শিকা বা বুজাত সহায় হ'ব' — কথাষাৰৰ আলম লৈ যুক্তাক্ষৰবোৰ সৰল অথবা সলনি কৰিলে ভাষাটোৰ মৰ্যাদা হানি হোৱাৰ আশংকা আছে। সেয়ে, সচেতন মহলে ইয়াৰ গতি ৰোধ কৰিবলৈ যত্নপৰ হোৱা উচিত। তেতিয়াহে, আধুনিক সাহিত্যিক আৰু পণ্ডিতসকলৰ মাজতো দেখা দিয়া বানানৰ বেমেজালি আঁতৰ হ'ব। ■



তৃতীয় খণ্ড ঃ পৰামৰ্শ-পত্ৰ

# জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰ

অসম সাহিত্য সভাৰ জাতীয় কৰ্মশালা আৰু আলোচনা-সত্ৰৰ বিভিন্ন দিশৰ পৰামৰ্শ বিচাৰি অসমৰ বিশ্ববিদ্যালয়ৰ অধ্যাপক, ভাষাবিদ, প্ৰযুক্তিবিদ আদিলৈ পৰামৰ্শ-পত্ৰ প্ৰেৰণ কৰা হৈছিল। সেই অনুসৰি বিভিন্নজনে পৰামৰ্শ আগবঢ়াই কৰ্মশালাৰ গতি নিৰ্ণয় কৰাত সহায় আগবঢ়াইছিল। দুগৰাকী প্ৰখ্যাত ভাষাবিদ, ভাষাচাৰ্য ড° গোলোক চন্দ্ৰ গোস্বামী আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যদেৱৰ পৰামৰ্শৰাজি বিষয়ৰ গুৰুত্ব বুজি ছপা কৰা হ'ল।

## ভাষাচাৰ্য ড° গোলোক চন্দ্ৰ গোস্বামীৰ পৰামৰ্শ

অসমৰ সৰ্ববৃহৎ অ-ৰাজনৈতিক জাতীয় প্ৰতিষ্ঠান অসম সাহিত্য সভাই ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ শীৰ্ষক পাঁচদিনীয়াকৈ পতা জাতীয় কৰ্মশালা আৰু আলোচনা সত্ৰৰ গোহাৰিখন পাইছোঁ। মই জনাত অসমীয়া ভাষাৰ সামগ্ৰিক আলোচনাৰ এইখনেই বিস্তৃত আৰু দীৰ্ঘদিনীয়া আলোচনা সত্ৰ। ইয়াৰ প্ৰস্তাৱিত আলোচ্য বিষয়বোৰৰ প্ৰত্যেকটোৱেই প্ৰয়োজনীয়, যদিও বৰ্তমান মই অতি চমুকৈহে বক্তব্য ধৰিব পাৰিম; বহল আলোচনা সম্ভৱ নহ'ব।

আলোচনা সত্ৰৰ আলোচ্য প্ৰত্যেকটো বিষয়কে মোৰ **অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ (ষষ্ঠ তাঙৰণ, ২০০৮ চন)** আৰু **অসমীয়া আখৰ-জোঁটনি সমীক্ষা (প্ৰথম তাঙৰণ, ২০১০ চন)** — এই গ্ৰন্থ দুখনত যথাসাধ্য বহল আৰু বিতং আলোচনা কৰা হৈছে। এই দুখনৰ উপৰি **অসমীয়া ব্যাকৰণ প্ৰবেশ (বৰ্তমান ছপাশালত থকা সংশোধিত আৰু সংবৰ্ধিত তৃতীয় সংস্কৰণ)** গ্ৰন্থতো অসমীয়া লিপিমালা, স্বৰচিহ্ন, যুক্তাক্ষৰ, আখৰ-জোঁটনি বা বানানৰ প্ৰমুখ্যে অসমীয়া ভাষাৰ শব্দৰূপ ধাতুৰূপৰ বিভক্তিবোৰৰ প্ৰয়োগ, ভুল প্ৰয়োগ ইত্যাদি, আৰু বাক্য গাঁথনিৰো ভাল আলোচনা

কৰা হৈছে। অসমৰ চিন্তাশীল সুধীসমাজে সেইবোৰৰ আলোচনা কৰিলে ভাষাটোৰ পুনৰ গঠনৰ চিন্তা কৰিবলৈ সুবিধা হ'ব।

তলত মই এতিয়া পৰামৰ্শপত্ৰখনৰ প্ৰশ্ন কেইটামানৰ বিষয়ে চমুকৈ লিখিবলৈ লৈছোঁ।

**ভাষা সমস্যাটোৰ চিনাক্তকৰণ...**

বৰ্তমান অসমীয়া ভাষাটোৰ সমস্যা বহুত। বিশ্বৰ গোলকীয়তাৰ ভৱনৰ প্ৰভাৱত, বিশেষকৈ ইংৰাজী ভাষাৰ আগ্ৰাসনৰ পৰা মুক্ত হ'বলৈ হ'লে ঃ

(ক) অসমীয়া ভাষাটোক সকলোৰে গ্ৰহণীয় আৰু সহজ সৰল কৰিবই লাগিব।

(খ) অসমীয়া ভাষা আমাৰ জাতীয় জীৱনৰ দৈনন্দিন সকলো ক্ষেত্ৰতে ব্যাপকভাৱে প্ৰয়োগ কৰিব লাগিব।

(গ) ৰাজ্যিক ভাষা আইনখন আজি অৰ্ধশতিকাৰো অধিককাল কাৰ্যকৰী কৰিব নোৱাৰাটো, চৰকাৰৰ পক্ষে, শুনিবলৈ ভাল নালাগিলেও, লজ্জাজনক বুলি ক'বলৈ মই কুণ্ঠাবোধ নকৰোঁ। অসমীয়া জাতিয়ে কেৱল দুৰ্ভাগ্যজনক বুলি ভাবি ক্ষান্ত থাকিলে নহ'ব , চৰকাৰক বাধ্য কৰিব পাৰিব লাগিব।

(ঘ) অসমৰ চৰকাৰী, বে-চৰকাৰী সকলো বিদ্যালয়, মহাবিদ্যালয়ত অসমীয়া ভাষাৰ শিক্ষা সকলো শিক্ষাৰ্থীৰ কাৰণে বাধ্যতামূলক কৰিব লাগিব। ভাৰতৰ কেইবাখনো ৰাজ্যই যদি কৰিব পাৰিছে, অসম চৰকাৰে নোৱাৰাৰ কাৰণ কি? সমস্যা ক'ত?

(ঙ) প্ৰাথমিক পৰ্যায়ৰ পৰাই বিদ্যালয়বোৰত অসমীয়া ভাষাৰ শিক্ষণ পদ্ধতি উন্নত কৰিব লাগিব। পঢ়াশলীয়া স্তৰৰ পৰাই ইংৰাজী ভাষাৰ জ্ঞানো যাতে শিক্ষাৰ্থীসকলে পায় তাৰো সু-ব্যৱস্থা হ'ব লাগিব। ভাষাৰ শিক্ষকসকল প্ৰশিক্ষিত, যোগ্য নহ'লে আশানুৰূপ ফল পোৱা নাযাব।

(চ) অভিভাৱক অভিভাৱিকা সকলে অসমীয়া বিদ্যালয়বোৰৰ মান উন্নত হোৱা দেখিলে নিশ্চয় ইংৰাজী মাধ্যমৰ মোহ এৰিব।

(ছ) ভাষাৰ বিষয়ত ভৱিষ্যৎবাণী কৰিব নোৱাৰিলেও এটা কথা খাতাংকৈ ক'ব পাৰি যে ভাষাৰ ভূত, বৰ্তমান আৰু ভৱিষ্যৎ ভাষাবিশেষৰ প্ৰয়োগ কৰোঁতা জনগণৰ ওপৰতে শতকৰা এশভাগেই নিৰ্ভৰ কৰে। জনগণ যদি অযোগ্য, অপদাৰ্থ আৰু মৰণোন্মুখী হয়, তেনেহ'লে কোনো বহিঃশক্তিয়ে ভাষাক উদ্ধাৰ কৰিব নোৱাৰে। মই একাধিকবাৰ কৈছোঁ আৰু লিখিছোঁ — অসমীয়া জাতিয়ে আত্মহত্যা নকৰিলে অসমীয়া ভাষাৰ কোনো অমঙ্গল নাই। আকৌ পৰামৰ্শ পত্ৰৰ প্ৰশ্নলৈ আহিছোঁ —

## লিপি বা বৰ্ণ ঃ

আমাৰ আখৰমালাত বহুতো অতিৰিক্ত, অপ্ৰয়োজনীয় আখৰ (সেইবোৰকে



আমি সাধাৰণতে বৰ্ণ বুলিও কওঁ,— যদিও আখৰ আৰু বৰ্ণ একে নহয়) আমি সংস্কৃত ভাষাও পঢ়ো আৰু অসমীয়াকে লিখো কাৰণে সেইবোৰ বৰ্ণমালাৰ পৰা উঠাই দিব নোৱাৰি। এই বিষয়ে মোৰ পৰামৰ্শ হ'ল—আমি সংস্কৃত ভাষা দেৱনাগৰী লিপিত পঢ়া আৰু লিখা কৰিলে এই অতিৰিক্ত আখৰবোৰ গুচাব পাৰি। তেতিয়া আমি সংস্কৃতৰ দন্ত্য, মূৰ্ধন্য, তালব্য আৰু তেনে বৰ্ণবোৰ আমাৰ উচ্চাৰণমতে লিখিব পাৰিম, কাৰণ আমি আমাৰ সংশোধিত বৰ্ণমতেহে লিখিছোঁ, গতিকে বানানৰ ভুল ধৰাৰ প্ৰয়োজন নাই। এটা উদাহৰণ ঃ আমি ইংৰাজী Glass, box আদি শব্দক অসমীয়া উচ্চাৰণমতে অসমীয়া আখৰেৰে গিলাচ , বাকচ লিখোঁ; ইংৰাজী ৰোমান লিপিৰে আমি লিখোঁ The glass is on the table। আমি অসমীয়াত গিলাচটো টেবুল/ টেবিলৰ ওপৰত আছে বুলি কওঁ আৰু লিখোঁ। ইয়াত অসমীয়া লিখনত কোনেও ভুল ধৰিব নোৱাৰে বা নধৰে। কাৰণ আমি অসমীয়ামতে অসমীয়াৰে লিখিছোঁ। ঠিক সেইদৰেই, (হিন্দী) দেৱনাগৰীত, আৰু পাসান, পৰ্ন, ভাষা, ভাষণ দুস্ত অসমীয়াত লিখিম; ইয়াত অসুবিধাটো ক'ত? আমাৰ শিক্ষাৰ্থীসকলে বাধ্যতামূলকভাৱেই ৰাষ্ট্ৰভাষা হিন্দীক দেৱনাগৰীত পঢ়ে আৰু লিখে। তেনেহ'লে সংস্কৃত ভাষাটো দেৱনাগৰীত পঢ়া আৰু লিখা কৰিব নোৱাৰাৰ কাৰণ কি? তাৰ কাৰণ কৈছোঁ, শুনক — অসমীয়া মানুহে গতানুগতিকতা এৰি অতি প্ৰয়োজনীয় হ'লেও নতুন কথা গ্ৰহণ কৰিব নোৱাৰে; তেনে চিন্তাই আমাৰ চিন্তাশীল সমাজৰ, ব্যতিক্ৰমতাৰ, অগোচৰ।

অতিৰিক্ত আখৰবোৰ ৰাখিও সৰলীকৰণ বা সুমিতীকৰণ (rationalisation) কৰিব পাৰি; তাৰো পৰামৰ্শ মই দাঙি নধৰাকৈ থকা নাই। প্ৰয়াত সত্যেন্দ্ৰনাথ বৰকটকী আৰু কেইবাগৰাকীয়েও সত্তৰৰ দশকতে কিমান লিখিলে ! ফল কিবা হ'ল জানো? মোৰ শেষ বয়সৰ উপলব্ধিৰ পৰা ক'ব পৰা হৈছোঁ — অসমীয়া মানুহৰ, পণ্ডিতমণ্ডলীৰে বহুতৰ, ভাষাৰ গতি-প্ৰকৃতিৰ বিষয়ত অজ্ঞতা আৰু গোড়ামিৰ কাৰণেই ভাষাৰ সংস্কাৰ সাধন সম্ভৱ হোৱা নাই। ভাষাৰ বিষয়ত আমি সজ্ঞানে, উদাৰচিত্তে আগবাঢ়িব পাৰিলেহে সুফল পোৱা যাব

**স্বৰচিহ্নৰ সৰলীকৰণ ঃ** ইতিমধ্যে, গু, ৰু, শু, হু; গূ, ৰূ, শূ, হূ আদি বহুতো লিখিবলৈ লৈছে। ছপাও হ'ব ধৰিছে; ত্ৰু, শ্ৰু/শ্ৰূ আদিও চলিছে,বৰ ভাল কথা।

যতি চিহ্নবোৰৰো কিছুমান নিয়ম কৰিব পাৰিলে ভাল. কমা, কোলন, ছেমিকোলন, দাঁৰি, ঊৰ্দ্ধকমাৰ প্ৰয়োগৰো নিয়ম কৰিব পাৰি।

হাইফেন আৰু হলন্ত চিনে ভাষাটো বিকৃত কৰাৰ উপক্ৰম কৰিছে। ছাত্ৰ ছাত্ৰী, মাহ চাউল, আজিকালি, ঘনে ঘনে, বাটে পথে, পৰ্বতে কন্দৰে, সেইদৰেই কটাকটি, মৰামৰি, আজোঁৰ পিজোৰ, খোৱাকামোৰা—এইবোৰতনো বাৰু হাইফেন লাগে কিয়? আলোচনা চক্ৰ, পৰামৰ্শপত্ৰ, অসম সাহিত্য সভা আদিত হাইফেন দিলে সুবিধা হয়, আৰু নিদিলে কি অসুবিধা হয় বাৰু?

আমাৰ ব্যাকৰণত যে আছে—সমাসসিদ্ধ পদত হাইফেন দিব লাগে—এই কথাষাৰেই ভুল। সংস্কৃতৰ দোহাই দিয়া হয়; কিন্তু সংস্কৃতত দেখোন সমস্ত পদবোৰ সন্ধি হ'বৰ যোগ্য হ'লে সন্ধি কৰি জোৰা লগাই লিখা হয় একা? মোৰ অসমীয়া আখৰ-জোঁটনি সমীক্ষাত **হাইফেন বিধিৰ** বহল আলোচনা কৰিছোঁ। উচ্চাৰণ ভুল হোৱাৰ সম্ভাৱনা থাকিলেহে, বা অৰ্থ বুজাত অসুবিধা হ'লেহে হাইফেন দিব লাগে। অন্যথাই শব্দ বা ৰূপবোৰ চুটি হ'লে লগলগাই, আৰু দীঘল হ'লে ওচৰা-ওচৰিকৈ লিখিলেই হয়।

অসমীয়া আখৰ-জোঁটনিত ৰেফযুক্তবৰ্ণৰ দ্বিত্ব বৰ্জন ইতিমধ্যে চলিছে; ভালকথা। কিন্তু গোড়াসকলৰ, আৰু ভাষা বিজ্ঞানৰ বিষয়ত অজ্ঞসকলৰ বহুতে ৰ্য্য-ৰ দ্বিত্ব কথাটোকে বুজিব পৰা নাই; অন্যবোৰত এৰিলেও ৰ্য্য-ত এৰিব নোখোজে। এই বিষয়ে মই অসম সাহিত্য সভা পত্ৰিকাত বোধকৰোঁ, দুটা সংখ্যাত লিখিছোঁ। আন ঠাইতো বহুত লিখা হৈছে। আমি জনা ভাল যে ৰ্য্য-ৰ-য- ডাল দ্বিত্বহে, গতিকে তাকো যিসকলে বৰ্জন কৰা নাই, সেইসকলে বৰ্জন কৰা ভাল।

**যুক্তাক্ষৰ, স্বৰসংযোগ, ইত্যাদি ঃ**

যুক্তাক্ষৰবোৰ সৰল কৰিব পাৰিলে ভাল হয়। বাংলা, হিন্দী আদি আৰ্যভাষাবোৰত ইতিমধ্যে সৰলীকৰণ আৰম্ভ হৈছেই। জ্ঞ-টোক গ্য লিখিবলৈ লৈছে। আমি কিছুমান যুক্তাক্ষৰ ৰাখিব পাৰোঁ, যেনে, পত = প্ত, হন = হ্ন, কৰ = ক্ৰ, ষপ/সপ = স্প, সথ/ষঠ = স্থ, সন/ ষণ = স্ন, ইত্যাদি। এই বিষয়ে বহলাই আজি আৰু নিলিখোঁ।

অ-স্বৰত উৰ্ধ্বকমা দি অ' কৰাৰ দৰে এ-স্বৰতো এ' প্ৰৱৰ্তন কৰিব লাগে; দেন, বে'দ, ভে'দ, ঢে'ৰ, দে'শ, কে'শ ইত্যাদি। এ' লিখা ভাল বুলি দেৱানন্দ ভঁৰালীয়ে ১৯১৩ চনতে আৰু ঊনবিংশ শতিকাৰো দুই এগৰাকীয়ে কেতিয়াবাই এই কথা লিখিছিল; কিন্তু চিন্তা কৰে কোনে? মই মোৰ **ধ্বনি বিজ্ঞানৰ ভূমিকা** (১৯৬৫) **অসমীয়া বৰ্ণ প্ৰকাশ** (১৯৬৯), **অসমীয়া ভাষাৰ উচ্চাৰণ** আদিত কিমান অৰণ্যৰোদন কৰিলোঁ! লাভ?

**বিদেশী শব্দবোৰ লিপ্যন্তকৰণ ঃ** এই বিষয়েও ইয়াত আলোচনা কৰাৰ অৱকাশ নাই। এইবোৰ চৰ্চিত চৰ্বন কথা। t, d, n আদিক অসমীয়াত ত, দ, ন- ৰে লিখিব লাগে। বিদেশী আৰু অনা অসমীয়া শব্দত মূৰ্ধন্য ট, ড, ণ লিখাৰ নিয়ম আমাৰ আগৰচামে কিয় কৰিছিল বুজা নাযায়।

**প্ৰতিটো বৰ্ণৰ IPA নিৰ্ধৰণ হওক** — কথাষাৰ মই বুজা নাই। অতিৰিক্ত অলাগতীয়াল বৰ্ণবোৰৰো নেকি? মই অসমীয়া বৰ্ণমালাৰ Phoneme- বোৰৰ, আখৰবোৰ নহয়, IPA-ৰ চাৰ্ট এখন ১৯৬৫ চনতে ধ্বনি বিজ্ঞানৰ ভূমিকাত কৰি থৈছোঁ; গুৱাহাটী বিশ্ববিদ্যালয়ৰ আখৰ-জোঁটনি বোলা পুস্তিকাতো কৰা হৈছে; অসম প্ৰকাশন পৰিষদৰ সচিব প্ৰয়াত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ অনুৰোধক্ৰমেও মই এখন কৰি দিছিলোঁ। কিন্তু সেইবোৰৰ বিচাৰ কৰিছে নে কোনোবাই? অৱশ্যে বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰকাশন বিভাগে তেওঁলোকৰ



কিতাপ পত্ৰত সেইবোৰ ব্যৱহাৰ কৰিছে।

অসমীয়া বৰ্ণৰ IPA লিপিৰ নিৰ্ধাৰণৰ কথা ইতিমধ্যে কোৱা হৈছেই। পিচে, অসমীয়া বৰ্ণবোৰত IPA আখৰৰ প্ৰয়োজন হ'ব কেতিয়া? কিহত? (বিশেষকৈ ঔ, ঐ, ক্ষ....... আদিৰ ক্ষেত্ৰত) ঔ = ɔu, = ঐ = ɔi, ক্ষ = khj, স, শ, ষ = x, ঞ = nij, ঢ় = rh, ড় = r, ধ = dh, দ, ড = d, ঙ, ং = n/n, ঁ = ~,

**কম্প্যুটাৰৰ চফ্‌টৱেৰ.... ইত্যাদি ঃ**

আমাৰ এজন উদীয়মান ডেকা শ্ৰীমান অনিল কুমাৰ বৰুৱাই অসমীয়া চফ্‌টৱেৰ অভিধান এখন ইতিমধ্যে উলিয়াইছে। ইয়াত অসমৰ ভাষাৰ বিষয়ে চিন্তা-চৰ্চা ব্যক্তিসকলৰ পৰামাৰ্শাৱলী কাৰ্যকৰী কৰিছে। শ্ৰীমান বৰুৱা হয়তো আলোচনা সত্ৰলৈ যাব; তেৱেঁই ভালদৰে ক'ব পাৰিব।

সদৌশেষত মোৰ ক'ব লগা এয়ে যে অসমীয়া ভাষা, ভাষাতত্ত্ব, ব্যাকৰণ, অভিধান আদিৰ বিষয়ে চিন্তা-চৰ্চা কৰিয়েই মোৰ জীৱনটো কটালো। অসমীয়া ভাষাৰ বিকৃতি আৰু অপপ্ৰয়োগ দেখিলে মই অন্তৰত অত্যন্ত কষ্ট পাওঁ, লিখিবৰ মন যায়, অথচ আজিকালি লিখিবও নোৱাৰা হৈছোঁ।

বৰ্তমান আলোচনাসত্ৰৰ আলোচনা সফল হওক, মই তাকে অন্তৰেৰে কামনা কৰিছোঁ।

অসমীয়া ভাষাৰ বিষয়ত মোক সদায় আৱেগে খুন্দা মাৰি ধৰে; বহু কথা ওলায়। এতিয়াও বহু কথা কৈছোঁ; কিবা বঢ়াটুটা হ'লে মাৰ্জনা কৰে যেন।

**বিশিষ্ট ভাষাবিদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ পৰামৰ্শ**

**ভাষা-সমস্যাটো (বা সমস্যাসমূহ) আপুনি কেনেদৰে চিনাক্তকৰণ কৰিছে ঃ** ভাষা-সাহিত্য-সংস্কৃতি একোখন সমাজৰ ত্ৰিবেণীসংগম; শিশুকালৰ পৰা এই ত্ৰিবেণী সংগমত স্নান কৰি ধন্য হৈছোঁ।

ক. লিপি বা বৰ্ণ ঃ অসমীয়া ভাষাৰ লিপি বা বৰ্ণ ভাৰত-ইউৰোপীয় সংস্কৃত ভাষাৰ অনুসৰণত চলি আছে — মূলতঃ ব্ৰাহ্মী লিপিৰ পৰা উদ্ভৱ। এয়া অসমীয়া ভাষাৰ সুকীয়া বৈশিষ্ট্যৰ পৰিচায়ক।

খ. স্বৰ-চিহ্ন ঃ স্বৰ চিহ্নৰূপে অ, আ, ই, ঈ, উ, ঊ, ঋ, এ, ঐ, ও, ঔ বুজাবলৈ ...হসন্ত ( ্ ) চিন, া, ি, ী, ু, ূ, ে, ৈ, ো, ৌ, ব্যৱহাৰ হৈ আহিছে। এইবোৰত বিকল্প চিহ্ন ভবাৰ থল আছে।

গ. যতি-চিহ্ন ঃ যতি চিহ্নৰ ( ।, ,, ;, ?, -) প্ৰকাশ হৈ আছে।

ঘ. লিপ্যন্তৰকৰণ ঃ লিপ্যন্তৰকৰণ এটি গধুৰ বিষয় আৰু তত্ত্বমূলক।

ঙ আখৰ-জোঁটনি (সাধাৰণভাৱে) ঃ আখৰ-জোঁটনিৰ চলিত ৰূপত সৰলীকৰণৰ থল আছে।...

**অসমীয়া আখৰ-জোঁটনিৰ সুবিধাজনক দিশবোৰ ঃ** অসমীয়া আখৰ-জোঁটনিয়ে ভাৰতীয় সংস্কৃত, হিন্দী, বঙলা আদি ভাষাৰ জ্ঞান অৰ্জনত সহায় কৰে।

**অসমীয়া আখৰ-জোঁটনিৰ অসুবিধাজনক দিশবোৰ ঃ** অসমীয়া আখৰ-জোঁটনি ন-

শিকাৰুৰ বাবে জটিল আৰু সময় সাপেক্ষ।

**অসমীয়া বৰ্ণ, ঘাইকৈ, যুক্তাক্ষৰ আৰু স্বৰ-যোগ সম্পৰ্কে মন্তব্য ঃ** (যেনে— . ./হ্ম/ৰু/কু, গু/ক্ত/হৃ, ক্র/ত্র/ক্র, কৃ/ৰূ, ক্ক, ঙ্গ, স্থ, ন্তু আদি সম্পৰ্কে) ঃ (ক্ + ঋ) ক্ঋ, হ্ঋ, গ + উ আদি ৰূপত হসন্ত ব্যঞ্জনৰ সৈতে স্বৰবৰ্ণ অথবা স্বৰচিহ্ন যোগ দি যান্ত্ৰিক পৰ্য্যায়ত ব্যৱহাৰ কৰিবপাৰি।

**তৎসম, তদ্ভৱ আৰু বিদেশী শব্দৰ আখৰ-জোঁটনি সম্পৰ্কে মন্তব্য ঃ** তৎসম শব্দৰ ক্ষেত্ৰত সংস্কৃত আখৰ-জোঁটনি মানিব লাগে। তদ্ভৱ আৰু বিদেশী শব্দৰ ক্ষেত্ৰত সংশোধিত ৰূপ হ'ব পাৰে।

**বিদেশী শব্দৰ লিপ্যন্তৰ সম্পৰ্কে পৰামৰ্শ ঃ** (ঘাইকৈ ৰোমান লিপিৰ t, d, n, i আদি বৰ্ণৰ লিপ্যন্তৰ সম্পৰ্কে) ঃ বিদেশী শব্দৰ লিপ্যন্তৰ সম্বন্ধে ইতিপূৰ্বে অভিধান প্ৰচলিত ৰূপৰ সৈতে সম্বন্ধ ৰাখি সংশোধন কৰিব পাৰি।

**অসমীয়া প্ৰতিটো বৰ্ণৰ বিপৰীতে আই. পি. এ. (International Phonetic Alphabet) নিৰ্ধাৰণ কৰা হওক ঃ** বিশেষকৈ ঔ, ঐ, ক্ষ, স, শ, ষ, ঞ, ঢ়, ড়, ধ, দ, ড, ঙ, ং, ঁ আদিৰ ক্ষেত্ৰত)ঃ আই. পি. এ পদ্ধতি আন্তৰ্ৰাষ্ট্ৰীয় ৰূপে সকলো ভাষা বিজ্ঞানীৰে গ্ৰহণীয় হ'ব।

**অসমীয়া ভাষাৰ অভিধানবিলাকৰ অসুবিধাজনক দিশবোৰ ঃ** অসমীয়া ভাষাৰ অভিধানবোৰে বৰ্তমানলৈকে অসমীয়া ভাষা-সাহিত্যৰ মৰ্যাদা ৰক্ষা কৰি আছে। অভিধানবোৰৰ ভিন্ন মতবোৰ আলোচনা-বিলোচনাৰে সমাধান উলিয়াব পাৰি।

**অসমীয়া ভাষাই উত্তৰ-পূৰ্বাঞ্চলৰ সংযোগী ভাষাৰ মৰ্যাদা পাবলৈ হ'লে কৰণীয় ঃ** সংযোগী ভাষাৰূপে অসমীয়া ভাষাই সকলো সম্পৰ্কিত জনগোষ্ঠীয় ভাষাৰ শব্দ গ্ৰহণ কৰিব লাগিব।

**অসমীয়া ৰাজ্যভাষা আইন যথা ৰূপত প্ৰয়োগৰ বাবে পৰামৰ্শ ঃ** অসমীয়া ৰাজ্যভাষা আইন যথাৰূপত প্ৰয়োগৰ বাবে চৰকাৰী-বেচৰকাৰী আঁচনি তৃণমূল পৰ্যায় অনুসৰি ল'ব লাগিব। বাতৰি কাকত আৰু বৈদুতিন প্ৰচাৰ মাধ্যমত হোৱা ভুল-ত্ৰুটিবোৰ আঙুলিয়াই দিব লাগিব — অসম সাহিত্য সভাৰ নেতৃত্বত।

**কমেও পাঁচটাকৈ শব্দৰ অসমীয়া পৰিভাষাৰ প্ৰস্তাৱ আগবঢ়াওক ঃ**

ক. বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰৰ ঃ দূৰভাষ (Telephone), ভ্ৰাম্যভাষ (Mobile), বিদ্যুৎ প্ৰবাহ (Electric current) চুঙা-চাকি (Torch-light), বিজুলি চাকি/ বিজুলি বাতি (Electric light)

খ. তথ্য-প্ৰযুক্তি ক্ষেত্ৰৰ ঃ গলাবান্ধ (Neck tie), মহীৰ চুঙা (Inkpot),
তাপমান যন্ত্ৰ (Thermometer) উৰাজাহাজ/আকাশীযান (Aeroplane)

গ. সমাজ, অৰ্থনীতি, ৰাজনীতি, ক্ৰীড়া আদি ক্ষেত্ৰৰ ঃ গণতন্ত্ৰ/ লোকতন্ত্ৰ (Democracy), জনাদেশ (Election), মুদ্ৰাস্ফীতি (Inflamation), মূল্যবৃদ্ধি (Price-



hike), বজাৰ দৰ/বজাৰ মূল্য (Marker-price)

ঘ. কলা-সাহিত্য ক্ষেত্ৰৰ ঃ সুকুমাৰ কলা/চাৰু কলা/চাৰুশিল্প (Finearts), শিল্পী/কলাকাৰ/চাৰুশিল্পী (Artist), ৰচক/ লেখক/প্ৰণেতা (Writer/Composer/ Author), নৃত্যভংগী/ভংগীমা/নাচোনৰ চেও (Dance-form), খেলা/ক্ৰীড়া (Sports), সুৰ/সুৰ-লহৰ/সুৰ-তৰংগ (Tone/Tonal ware)

ঙ. অন্যান্য ক্ষেত্ৰৰ ঃ কথা-কাণ্ড (activities), অদল-বদল/সাল-সলনি (Exchange), দৰ-দাম (higgling), আলেখ-লেখ/ গতিবিধি (Movement), বিবিধ/বাৰেমিহলি (Miscelleneous)

আপোনাৰ মতে অসমীয়া ভাষাত আটাইতকৈ বেছি ব্যৱহাৰ হোৱা দহটা শব্দ ঃ অসম, অসমীয়া, বিহু, বিহুৱান, শৰাই, ভাত-দাইল, চাহপানী, বিয়া-বাৰু, উছৱ-পৰৱ, পিন্ধা-উৰা, গোৱা-বোৱা..... ইত্যাদি।■

চতুৰ্থ খণ্ড ঃ আখৰ-জোঁটনিৰ সিদ্ধান্তসমূহ

# অসম সাহিত্য সভাৰ

## জাতীয় কৰ্মশালা আৰু আলোচনা-সত্ৰৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰ সম্পৰ্কীয় সিদ্ধান্তসমূহ

২৮ জুন, ২০১১ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত সামৰণী অনুষ্ঠানত
পঠিত আৰু আলোচনাৰ বাবে গৃহীত,
১ অক্টোবৰ, ২০১১ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত ভাষা উপদেষ্টা পৰিষদৰ বৈঠক
আৰু অসম সাহিত্য সভাৰ ২৩ নৱেম্বৰ, ২০১১ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত
কাৰ্যনিৰ্বাহক সমিতিৰ বৈঠকত গৃহীত




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট -১



## সিদ্ধান্তসমূহ

**(ক) অসমীয়া স্বৰবৰ্ণমালাত দুটা নতুন স্বৰবৰ্ণ অন্তৰ্ভুক্তিকৰণৰ প্ৰস্তাৱ ঃ**

অ'　　এ'

**অ' =** অসমীয়া ভাষাৰ এটা বিশিষ্ট স্বৰধ্বনি /অ'/। অসমীয়াত / অ'/ এটি সুকীয়া বৰ্ণ। যেনে কলা - ক'লা, মৰা - ম'ৰা, বল - ব'ল, যত - য'ত, লৰা- ল'ৰা আদি। গতিকে অসমীয়া স্বৰবৰ্ণমালাত /অ'/ বৰ্ণটো সুমুৱাব লাগে।

**অ' - কাৰ /'/ =** শব্দত /অ'/ স্বৰ যোগ বুজাবলৈ /'/ চিন ব্যৱহাৰ কৰা হওক; ইয়াক অ'-কাৰ নাম দিয়া হওক।

**এ' =** অসমীয়া ভাষাত /এ/ আৰু /এ'/ দুটা পৃথক স্বৰধ্বনি। ভাষাতত্ত্ববিদ ন'ম চমস্কিয়ে উল্লেখ কৰা জন্মগত ভাষিক পাৰদৰ্শিতা (Language Competence of the Native) নীতি অনুসৰি অসমীয়াভাষীৰ বাবে এই দুয়োটা ধ্বনি পৃথক কৰি নেদেখুৱালেও, শব্দ অনুসৰি পৃথকভাৱে উচ্চাৰণ কৰে; কিন্তু ইংৰাজী বা বিদেশী ভাষাৰ পৰা লিপ্যন্তৰ কৰোঁতে/ এ'/ ধ্বনিটোৰ বাবে সুকীয়া বৰ্ণৰ প্ৰয়োজন।

যেনে - get = গেট, gate = গে'ট;
bad = বেড, bed = বে'ড

এনেবোৰ কাৰণত অসমীয়া বৰ্ণমালাত /এ'/ এটা পৃথক বৰ্ণ হিচাপে অন্তৰ্ভুক্ত নহ'লেও লিপ্যন্তৰকৰণৰ ক্ষেত্ৰত ইয়াক প্ৰয়োজনীয় বুলি গণ্য কৰা হওক।

**এ' - কাৰ /ে'/ =** শব্দত /এ'/ স্বৰ যোগ বুজাবলৈ /ে'/চিন ব্যৱহাৰ কৰা হওক; ইয়াক এ'-কাৰ নাম দিয়া হওক।

**(খ) আখৰ-জোঁটনি ঃ**

১) বৰ্তমানৰ প্ৰচলিত লিখন পদ্ধতিৰ (orthography) প্ৰয়োজনীয় সংস্কাৰ কৰি তাক সবল কৰা হওক।

২) মূলৰ লগত সম্পৰ্ক ৰাখি কৰা জোঁটনিৰ বেলিকা হোৱা আসোঁৱাহখিনি

আঁতৰাই অধিক প্ৰণালীবদ্ধ কৰা হওক।

৩) একোটা উচ্চাৰণ বুজাবলৈ মাত্ৰ একোটা আখৰ ৰাখি জোঁটনি-সংস্কাৰ কৰাৰ দাবী অসমীয়া ভাষাৰ বাবে অহিতকৰ হ'ব, কিয়নো -

ক) তেনে কৰিলে এতিয়ালৈকে প্ৰকাশিত সাহিত্যৰ সৈতে ইয়াৰ পাছৰ সাহিত্যৰ সম্পৰ্ক ছিগি যাব;

খ) আগৰ প্ৰকাশিত কিতাপবোৰ নতুন জোঁটনিৰে ছপাওঁতে অযথা ধন খৰচ হ'ব, আৰু নছপালে ইচ্ছা কৰি অসমীয়া সাহিত্যক দুখীয়া কৰা হ'ব;

গ) কথিত ভাষাৰ লিখিত সুপৰিচিত চাক্ষুসৰূপটোৱে আমাক অৰ্থবোধত সহায় কৰে, উচ্চাৰণ অনুসৰি জোঁটনি হ'লে অপৰিচিত চিত্ৰৰূপৰ পৰা সেই সহায় পোৱা নাযাব,

ঘ) উচ্চাৰণ অনুসৰি জোঁটনি কৰাটো বিজ্ঞানসন্মত আৰু বাঞ্ছনীয় হোৱা সত্ত্বেও বাস্তৱিকতে পৃথিবীৰ কোনো বিখ্যাত ভাষাতে উচ্চাৰণ অনুসৰি সকলো জোঁটনি নাই।

৪) সংস্কাৰৰ স্বাৰ্থত মূল অনুসৰি জোঁটনি কৰা প্ৰচলিত নীতি কিছু শিথিল কৰা হওক -

ক) প্ৰচলিত জোঁটনিৰ এটা নিৰ্ধাৰিত প্ৰণালী আছে, সংস্কাৰ কৰোঁতে ইয়াক যত দূৰ সম্ভৱ ৰক্ষা কৰা হ'ব।

খ) শব্দবোৰৰ চিনাকি ৰূপটোৱে পাঠকক অৰ্থবোধত সহায় কৰিছে, গতিকে এই দিশটোলৈ লক্ষ্য ৰখা হওক। সেয়ে, আখৰ-জোঁটনি আৰু চিহ্নৰ ক্ষেত্ৰত পৰম্পৰা বা ঐতিহ্য যত দূৰ সম্ভৱ মানি চলা উচিত।

গ) বিভিন্ন অৰ্থ থকা সমোচ্চাৰিত শব্দবোৰৰ (homonyms) প্ৰচলিত প্ৰণালী অনুসৰি বেলেগ বেলেগ জোঁটনি ৰাখিলে, তাৰ ফলত সাহিত্যত অলংকাৰ, ব্যঞ্জনা আদি সৃষ্টি কৰাত সহায় হ'ব পাৰে। (যেনে- হাত / হাট, হাতী / হাঁটী আদি।)

ঘ) সংস্কৃত শব্দও প্ৰচলিত বৰ্ণমালাৰ সহায়তে অবিকৃত ৰূপত আমাৰ ভাষাত ব্যৱহাৰ কৰিব পৰা হয়।

ঙ) প্ৰচলিত প্ৰণালীৰ ভিত্তিতে ইমান দিনে ৰচিত হোৱা সাহিত্যৰ সৈতে পৰৱৰ্তী কালত ৰচিত সাহিত্যৰ যোগসূত্ৰ ৰক্ষিত হ'ব পাৰে।

চ) অসমৰ জনগোষ্ঠীয় মূলৰ পৰা অহা শব্দবোৰৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত অসমীয়াভাষাৰ ধ্বনিতত্ত্বৰ বৈশিষ্ট্য অনুসৰি জনগোষ্ঠীয় ভাষাৰ উচ্চাৰণৰ নিজা বৈশিষ্ট্য যিমানদূৰসম্ভৱ মানি চলা হওক। যেনে- বৰদৈচিলা > বাৰদৈচিখ্‌লা।

৫) তৎসম (সংস্কৃত) শব্দবোৰ সংস্কৃত জোঁটনি অনুযায়ী জোঁটোৱা হ'ব। এই জোঁটনি অনুযায়ী লিখিলে শব্দৰ আদিতে /ৱ/ আৰু /য়/ দি লিখিব লগীয়া



হয়। ইয়াৰ ফলত অসমীয়াত প্ৰচলিত জোঁটনিৰে সৈতে বিৰোধ হয়। সেই কাৰণে তলত দিয়া উপ-নিয়মসমূহ গ্ৰহণ কৰিব পাৰি।

ক) সংস্কৃত শব্দৰ আদিতে থকা /ৱ/ অসমীয়াত /ব/ লিখা হ'ব। মধ্যৱৰ্তী আৰু অন্ত্য স্থানত /ৱ/দিব। যেনে - স্বভাৱ, অনৱৰত। বিকল্পে/ব/থাকিব। যেনে ঃ স্বভাব অনবৰত ইত্যাদি।

খ) নঞৰ্থক প্ৰত্যয়যুক্ত বা উপসৰ্গযুক্ত শব্দত ৱ দ্বিতীয় বা তৃতীয় স্থানলৈ গ'লেও তাক প্ৰথম ৱ-ৰ দৰেই ধৰা হ'ব। যেনে— অব্যৱহাৰ্য।

গ) ৰেফৰ ফলত হোৱা দ্বিত্ব বৰ্জন কৰাটোৱেই বাঞ্ছনীয়।

ঘ) সন্মতি, সন্মত, সন্মিলন, মিলন, দোষণীয়, লিখক (সামগ্ৰীৰে লিখা কাৰ্য কৰোঁতা) আৰু লেখক (ৰচনা কৰোঁতা) আদি শব্দ অসমীয়া ব্যাকৰণসন্মত বুলি ধৰি লৈ সেইবোৰ শুদ্ধ বুলি ধৰা হ'ব।

ঙ) ইন্ ভাগান্ত শব্দবোৰৰ প্ৰথমা এক বচনৰ ৰূপহে অসমীয়াত ব্যৱহাৰ কৰিব লাগে, যেনে- মন্ত্ৰিন>মন্ত্ৰী ইত্যাদি।

চ) এইবোৰ শব্দৰ সমাস হ'লে মন্ত্ৰীৰ পৰিষদ > মন্ত্ৰী পৰিষদ হ'ব।

ছ) তৎসম শব্দৰ আৰম্ভণিতে /য়/ থাকিলে সদায় /য/ দি লিখা হ'ব।যেনেঃসুযোগ, প্ৰযোজনা আদি; কিন্তু দ্বিতীয় স্থানত বা তাৰ পাছত থকা /য/ ক /য়/ কৰি লিখা হ'ব, যেনে— *সংস্কৃত* য়ম > *অসমীয়া* যম, *সং* য়োগ > *অস.* যোগ, ঠিক তেনে ধৰণেৰে । কিন্তু *সং* নিয়ম > *অস.* নিয়ম, *সং* দ্বিতীয় >*অস.* দ্বিতীয়, *সং* অভিনয়>*অস.* অভিনয় ইত্যাদি।

জ) জ্ঞ, হ্য আদিৰ উচ্চাৰণ অসমীয়াত বেলেগ হ'লেও তৎসম শব্দৰ ক্ষেত্ৰত সেই জোঁটনিকেই ৰখা হ'ব। যেনে - বাহ্য, জ্ঞান ইত্যাদি।

৬) তদ্ভৱ শব্দত পৰাপক্ষত মূল শব্দৰ লগত সম্বন্ধ ৰাখি জোঁটনি নিৰ্ণয় কৰা হ'ব।

ক) মূলত /ণ/ থাকিলে অসমীয়াতো /ণ/ হ'ব, যেনে - *সং* জীৰ্ণ, *অস.* জীণ ইত্যাদি।

খ) যিবোৰ তদ্ভৱ শব্দৰ মূলত /ই/ বা /ঈ/, /উ/ বা /ঊ/ আছে, অসমীয়া জোঁটনিতো থাকিব, যেনে - *সং* জীৰ্ণ, *অস.* জীণ, *সং* পূৰ্ব, *অস.* পূব ইত্যাদি।

গ) তদ্ভৱ আৰু অন্য শব্দৰ /ঙ/ ধ্বনি স্বৰান্ত হ'লে /ঙ/ দি লিখা হ'ব, যেনে- - ডাঙৰ, আঙঠি, চেঙা, অঙহী-বঙহী ইত্যাদি। ব্যঞ্জনান্ত হ'লে অনুস্বাৰ হ'ব, যেনে— চিলং, কাৰেং, আপং। কিন্তু চিলঙলৈ, কাৰেঙৰ ইত্যাদি।

ঘ) ঈ প্ৰত্যয় যোগ হোৱা শব্দৰ জোঁটনিত সদায় ঈ থাকিব, যেনে— বাঁহ +

ঈ > বাঁহী, কাঁহ + ঈ > কাঁহী, কাঠ+ঈ > কাঠী ইত্যাদি।

ঙ) ঈ থকাৰ কোনো কাৰণ নথকা আটাইবোৰ শব্দতে ই হ'ব, যেনে— চেকনি, কেৰাহি, হাতুৰি, কাছাৰি, কুঠৰি, কোঠালি, চিঠি, জানুৱাৰি, ফেব্ৰুৱাৰি ইত্যাদি।

চ) জাতিবাচক বিশেষ্য শব্দ হিচাপে চিলনী, কাউৰী, মেকুৰী, ওকণী, বগলী, ছাগলী শব্দত ঈ- হ'ব।

ছ) কাকতি/ কাকতী, কন্দলি/কন্দলী, হাজৰিকা/হাজৰীকা, ভঁৰালী/ভঁৰালি, বৰা/বড়া আদি উপাধি বুজোৱা শব্দৰ দুয়োটা জোঁটনিয়েই থাকিব।

জ ) পাচ/পিছ এই দুটা জোঁটনিৰ অৰ্থৰ কোনো পাৰ্থক্য নাথাকে। কিন্তু/ছ/ব্যৱহাৰ হ'ব।

ঝ) ঊনৈশৰ পৰা পঞ্চাশলৈকে সংখ্যাবাচক শব্দবোৰৰ শেষৰ/শ/ৰ ঠাইত/ছ/ বৰ্ণ দিয়া হ'ব, যেনে- ঊনৈছ, বিছ, চল্লিছ ইত্যাদি।

ঞ) কেঞা, হঞে, গঞা, ভূঞা, চিঞা, চিঞৰ শব্দৰ বাহিৰে বাকী শব্দত /ঞ/ৰ বিকল্পে /য়ঁ/ ব্যৱহৃত হ'ব।যেনেঃ টিয়াঁ,চিয়াঁহী ইত্যাদি।

ট) আৰম্ভণি (বিশেষ্য ৰূপে) আৰু আৰম্ভণী (বিশেষণ ৰূপে) এই দুয়োটা জোঁটনিৰ সলনি ই-কাৰ ব্যৱহাৰ কৰা হ'ব।

ঠ) কৰকৰা, মৰমৰা, ফৰফৰা আদি অনুকাৰাত্মক শব্দ ব্যঞ্জনান্ত বা ৰেফযুক্ত বা হাইফেন যুক্ত নহ'ব। কিন্তু সমাসযুক্ত শব্দত হাইফেন যুক্ত হ'ব।

ড) তৎসম আৰু তদ্ভৱ শব্দৰ বাহিৰে বাকীবোৰ শব্দত ণত্ব বিধি মনা নহ'ব। যেনে— জিৰনি, ৰেঙনি, কামোৰনি, কোৰান ইত্যাদি। কিন্তু বহুকাল চলি অহা জিৰণি, ৰেঙণি, কামোৰণি আদি ৰূপ সম্প্ৰতি বিকল্প বুলি ধৰি লোৱা হ'ব। বিদেশী শব্দত ণত্ব বিধি, ষত্ব বিধি মানি চলা নহ'ব।

ঢ) অসমীয়া ভাষাৰ কালিকা প্ৰকাশক বচন ভংগী আৰু জতুৱা-ঠাঁচ আদি সুৰক্ষিত কৰা হওক।

ণ) চন্দ্ৰবিন্দু আখৰৰ ওপৰত বহিব।

ত) স্বতঃঅনুনাসিক শব্দত চন্দ্ৰবিন্দু প্ৰযোজ্য হ'ব।

## (গ) লিপ্যন্তৰকৰণ সম্পৰ্কীয় প্ৰস্তাৱ ঃ

১) বিজ্ঞান-প্ৰযুক্তিবিদ্যা আৰু কম্পিউটাৰ প্ৰসংগত আন্তঃৰাষ্ট্ৰীয়ভাৱে স্বীকৃত শব্দবোৰ যিহেতু অসমীয়াতো প্ৰচলিত হৈছে সেয়ে এই শব্দবোৰ একে উচ্চাৰণ ৰাখি লিপ্যন্তৰকৰণ কৰা হওক।

২) আৰবী-ফাৰ্চী শব্দৰ অসমীয়াতে হোৱা উচ্চাৰণ অনুযায়ী জোঁটনি লিখা হ'ব। /স/ অসমীয়াত/চ/ হ'ব আৰু দন্ত্যবৰ্গ ব্যৱহাৰ হ'ব।



৩) ইংৰাজী ভাষাৰ শব্দ অসমীয়াত লিখিব লগা হ'লে সাধাৰণতে তলত দিয়া নিয়ম মানি চলা হ'ব ঃ–

ক) c, ch, sh, s, ss, tion আদিৰে বুজোৱা উচ্চাৰণ চ দি, t, d, ট, ড দি th আৰু n ৰে বুজোৱা উচ্চাৰণ থ আৰু ন-ৰে লিখা হ'ব। যুক্তবৰ্ণৰ ক্ষেত্ৰত যি বৰ্ণৰ লগত ন যুক্ত হয় দ-ও সেই বৰ্গ হ'ব। 'স' যি বৰ্গৰ বৰ্ণৰ লগত যুক্ত হয় সেই বৰ্গৰ হ'ব। যেনে—

| | |
|---|---|
| c = city | চিটি (বাচ ) |
| ch = chalk | চক |
| sh = shirt | চাৰ্ট |
| s = sanitary | চেনিটেৰি |
| ss = compass | কম্পাচ |
| sion = pension | পেন্সন |
| tio = station | ষ্টেচন |
| t = town | টাউন |
| d = down train | ডাউন ট্ৰেইন |
| th = thermometre | থাৰ্মোমিটাৰ |
| n = novel | নভেল |
| nt = canteen | কেণ্টিন |
| nd = London | লণ্ডন |

খ) st, sk আদিত s বৰ্ণ অসমীয়া যুক্ত-বৰ্ণেৰে লিখোঁতে st ৰ ঠাইত স্ত, sk ৰ ঠাইত স্ক লিখা হ'ব, sl ৰ ঠাইত শ্ল লিখা হ'ব। যেনে–

| | |
|---|---|
| st = station | ষ্টেচন |
| sk = Dostoevsky | ডষ্টয়েভস্কি |
| sl = slogan | শ্ল'গান |

(গ) g, j-z জ ৰে লিখা হ'ব, যেনে–

| | |
|---|---|
| g = German | জাৰ্মান |
| j = June | জুন |
| z = Zone | জ'ন |

(ঘ) nc, nch, ns, nsh আদি ন্স দি লিখা হ'ব, যেনে–

| | |
|---|---|
| nc = pencil | পেন্সিল |
| nch = bench | বেন্স |

৩) অসমীয়া ভাষা লিপ্যন্তৰকৰণৰ ক্ষেত্ৰত তলত দিয়া ধৰণেৰে লিখা হওক ঃ

স্বৰবৰ্ণমালাঃ

| | | |
|---|---|---|
| অ | = | a |
| আ | = | ā |
| ই | = | i |
| ঈ | = | ī |
| উ | = | u |
| ঊ | = | ū |
| ঋ | = | ṛ |
| এ | = | e |
| ঐ | = | a'i |
| ও | = | o |
| ঔ | = | a'u |

ব্যঞ্জন বৰ্ণমালা ঃ

| | | | | | |
|---|---|---|---|---|---|
| ক | = | k | ন | = | n |
| খ | = | kh | প | = | p |
| গ | = | g | ফ | = | ph |
| ঘ | = | gh | ব | = | b |
| ঙ | = | ng | ভ | = | bh |
| চ | = | c | ম | = | m |
| ছ | = | ch | য | = | z |
| জ | = | j | ৰ | = | r |
| ঝ | = | jh | ল | = | l |
| ঞ | = | n̄ | ৱ | = | w |
| ট | = | ṭ | শ | = | ś |
| ঠ | = | ṭh | ষ | = | ṣ |
| ড | = | ḍ | স | = | s |
| ঢ | = | ḍh | হ | = | h |
| ণ | = | ṇ | ক্ষ | = | kṣ |
| ত | = | t | য় | = | y |
| থ | = | th | ঢ় | = | rh |
| দ | = | d | ড় | = | ṛh |
| ধ | = | dh | | | |

৪) অসমীয়া ধ্বনি আন্তৰ্জাতিক ধ্বনি লিপিৰ মতে তলত দিয়া ধৰণে লিখা হওক ঃ



স্বৰবৰ্ণ

| | | | | | |
|---|---|---|---|---|---|
| অ | = | ɒ \| অ' = ɔ | ঋ | = | – |
| আ | = | ɑ | এ | = | ɛ \| এ' = e |
| ই, ঈ | = | i | ঐ | = | – |
| উ, ঊ | = | u | ও | = | o |
| | | | ঔ | = | – |

ব্যঞ্জন বৰ্ণ

| | | | | | |
|---|---|---|---|---|---|
| ক | = | k | ধ, ঢ | = | $d^h$ |
| খ | = | $k^h$ | ন, ণ | = | n |
| গ | = | g | প | = | p |
| ঘ | = | $g^h$ | ফ | = | $p^h$ |
| ঙ | = | ŋ | ব | = | b |
| চ, ছ | = | s | ভ | = | $b^h$ |
| জ, য | = | z | ম | = | m |
| ঝ | = | — | ৰ | = | r |
| ত, ট | = | t | ল | = | l |
| থ, ঠ | = | $t^h$ | ৱ | = | ʋ |
| দ, ড | = | d | শ, ষ, স | = | x |
| | | | হ | = | h |
| | | | য় | = | j |
| | | | ঢ় | = | – |
| | | | ড় | = | – |

৫)   অন্যান্য ভাৰতীয় ভাষাৰ শব্দ অসমীয়া ভাষাত লিখোঁতে যিবোৰ শব্দ অসমীয়া ধ্বনি- তত্ত্ব আৰু ৰূপ-তত্ত্বৰ লগত জীণ গৈছে, সেইবোৰ শব্দ অসমীয়া জোঁটনি মতে লিখা হ'ব। আনহাতে, মানুহৰ নাম, ঠাইৰ নাম, ভাষাৰ নাম আদিৰ ক্ষেত্ৰত সংশ্লিষ্ট ভাষাটোৰ আখৰ-জোঁটনি যথাৰূপ ৰক্ষা কৰা হ'ব।

**(ঘ) অসমীয়া বৰ্ণৰ লিখন পদ্ধতি সৰলীকৰণৰ প্ৰস্তাৱ ঃ**

| | যোজিত বৰ্ণ | প্ৰচলিত ৰূপ | বিকল্প ৰূপ |
|---|---|---|---|
| ১। | ক + ৰ | ক্ৰ | ক্ৰ |
| ২। | ক + ত | ক্ত | ক্‌ত |
| ৩। | গ + উ | গু | গু |
| ৪। | ত + ৰ + উ | ত্ৰু | ত্ৰু |
| ৫। | ভ + ৰ | ভ্ৰ | ভ্ৰ |
| ৬। | ভ + ৰ + উ | ভ্ৰু | ভ্ৰু |
| ৭। | ভ + ৰ + ঊ | ভ্ৰূ | ভ্ৰূ |
| ৮। | দ + ৰ + উ | দ্ৰু | দ্ৰু |
| ৯। | ধ + ৰ + উ | ধ্ৰু | ধ্ৰু |
| ১০। | ব + ৰ + উ | ব্ৰু | ব্ৰু |
| ১১। | শ + ৰ + উ | শ্ৰু | শ্ৰু |
| ১২। | হ + ৰ | হ্ৰ | হ্ৰ |
| ১৩। | স + থ | স্থ | স্‌থ |
| ১৪। | হ + ম | হ্ম | হ্‌ম |
| ১৫। | ৰ + উ | ৰু | ৰু |
| ১৬। | ৰ + ঊ | ৰূ | ৰূ |
| ১৭। | শ + উ | শু | শু |
| ১৮। | হ + উ | হু | হু |
| ১৯। | ষ + ণ | ষ্ণ | ষ্‌ণ |
| ২০। | দ + ধ | দ্ধ | দ্‌ধ |
| ২১। | ণ + ড | ণ্ড | ণ্‌ড |
| ২২। | হ + ঋ | হৃ | হৃ |
| ২৩। | ন + ধ | ন্ধ | ন্‌ধ |
| ২৪। | ঞ + চ | ঞ্চ | ঞ্‌চ |

**(ঙ) অসমীয়া ভাষা সংৰক্ষণ সংক্ৰান্তীয় প্ৰস্তাৱ ঃ**

১)   অসমীয়া ভাষা সংৰক্ষণৰ কাৰণে তলত দিয়া ব্যৱস্থাবিলাক গ্ৰহণ কৰা হওক ঃ

(ক)   অভিধানসমূহৰ মাজৰ অমিলসমূহ নিৰ্ণয় কৰি, সমৰূপতা আনিবৰ বাবে অসম সাহিত্য সভাই এটি পদক্ষেপ ল'ব লাগে।



(খ)   অসম সাহিত্য সভাই এখন পূৰ্ণাংগ অভিধান প্ৰণয়নৰ ব্যৱস্থা হাতত ল'ব লাগে; লগতে সংক্ষিপ্ত এখন অভিধানো প্ৰণয়ন কৰিব।

(গ)   অসম সাহিত্য সভাই অসমীয়া ভাষাৰ সৰ্বজন-গ্ৰহণযোগ্য প্ৰাথমিক, মাধ্যমিক আৰু উচ্চ পৰ্যায়ৰ একোখনকৈ ব্যাকৰণ প্ৰণয়ন কৰিব লাগে।

(ঘ)   ইয়াৰ লগতে অসম সাহিত্য সভাই এখন চফ্‌টৱেৰ অভিধান, এখন ব্যৱহাৰিক ব্যাকৰণ, পঢ়াশলীয়া ব্যাকৰণ আদি প্ৰস্তুত কৰা উচিত।

(ঙ)   আজিৰ সময়ত বিভিন্ন মাধ্যমৰ (ছপা/বৈদ্যুতিন) প্ৰভাৱত নিতৌ ভাষাৰ পৰিৱৰ্তন হ'বলৈ ধৰিছে, ক'ব পাৰি দ্ৰুত গতিৰে। সেয়ে সভাই কেন্দ্ৰীয় কাৰ্যালয়ত এটা কোষ গঠন কৰিব লাগে। এই পৰিৱৰ্তনৰ ধাৰাবোৰ নথিভুক্ত কৰিব লাগে আৰু অসমীয়া ভাষাৰ পৰিৱৰ্তন, সংৰক্ষণ, সংবৰ্ধনৰ প্ৰয়োজনত কি ব্যৱস্থা গ্ৰহণ কৰিব পাৰি, সেই বিষয়ে সাহিত্য সভাই ব্যৱস্থা গ্ৰহণ কৰিব লাগে।

(চ)   অসম সাহিত্য সভাই পৰিভাষা নিৰ্ধাৰণ কৰি এখন সৰ্বজন গ্ৰাহ্য পৰিভাষা অভিধান প্ৰণয়ন কৰিব লাগে।

(ছ)   আখৰ-জোঁটনিৰ এখন হাত-পুথি প্ৰণয়ন কৰিব লাগে।

(জ)   ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ'ৰ নৱতম সংস্কৰণকে ধৰি কিছুমান অভিধানে অসমৰ কিছু সংখ্যক জাতি-জনগোষ্ঠী সম্পৰ্কে অপমান সূচক ব্যাখ্যা আগবঢ়োৱা কাৰ্যত উদ্বেগ প্ৰকাশ কৰা হয়। তেনে অভিধানসমূহৰ বিক্ৰী বন্ধ কৰি নতুনকৈ বিজ্ঞানসন্মতভাৱে শুদ্ধ ব্যাখ্যা আগ বঢ়াই নতুন সংস্কৰণ কৰি বিক্ৰীৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ জনাই আজিৰ সত্ৰত প্ৰস্তাৱ গ্ৰহণ কৰা হওক। তদুপৰি অসমীয়া ভাষা-সংস্কৃতি আৰু জাতীয় সাহিত্যৰ ঐতিহ্যক বিকৃতকৰণ কৰিব পৰা যিকোনো ধৰণৰ কৰ্মৰ বিৰুদ্ধে অসম সাহিত্য সভাই সতৰ্ক দৃষ্টি ৰখাৰ সিদ্ধান্ত গ্ৰহণ কৰা হওক।

**(চ) অসমীয়া ভাষাৰ সংবৰ্ধন আৰু সম্প্ৰচাৰৰ সম্পৰ্কীয় প্ৰস্তাৱ ঃ**

১)   (ক)   অসমীয়া ৰাজ্য ভাষা আইন প্ৰয়োগ সমিতিৰ অধ্যক্ষ হওক অসম মাননীয় মুখ্যমন্ত্ৰী আৰু সচিব হওক অসম চৰকাৰৰ মুখ্য সচিব।

(খ)   প্ৰতিটো স্বীকৃতিপ্ৰাপ্ত খিলঞ্জীয়া মাতৃভাষাক সংশ্লিষ্ট ক্ষেত্ৰভেদে বিশেষ গুৰুত্ব প্ৰদান কৰা হওক আৰু সংশ্লিষ্ট ভাষাৰ সুকীয়া সঞ্চালকালয় খোলা হওক।

(গ)   চৰকাৰী, বে-চৰকাৰী, ৰাজহুৱা নাম-ফলকত প্ৰথমতে খিলঞ্জীয়া মাতৃভাষা, তাৰ পাছত ৰাজ্য ভাষা হিচাপে অসমীয়া ভাষা প্ৰয়োগ কৰাত

বিশেষ গুৰুত্ব প্ৰদান কৰা হওক। তাৰ পাছত পৰ্যায়ক্ৰমে, প্ৰয়োজন সাপেক্ষে ইংৰাজী, হিন্দী ভাষাও ব্যৱহৃত হওক।

(ঘ) মাতৃভাষা আৰু ৰাজ্য ভাষা ব্যৱহাৰ নকৰা চৰকাৰী বিষয়া, কৰ্মচাৰীৰ প্ৰতি শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰা হওক। নিৰ্ভুলভাৱে উল্লিখিত ভাষা ব্যৱহাৰ কৰা বিষয়া, কৰ্মচাৰীক পদোন্নতি দিয়া হওক অথবা সময় নিৰিখ (টাইম স্কেল) অনুসৰি বাৰ্ষিক বানচ প্ৰদানৰ ব্যৱস্থা কৰা হওক।

(ঙ) ছপা সংবাদ মাধ্যম, বৈদ্যুতিন সংবাদ মাধ্যমে যথাযথ আৰু শুদ্ধভাৱে মাতৃভাষা তথা ৰাজ্য ভাষা প্ৰয়োগ কৰিছেনে নাই নিৰীক্ষণ কৰিবলৈ আৰু ভুল-ত্ৰুটি দেখুৱাই দিবলৈ ৰাজ্যিক ভিত্তিত, চৰকাৰৰ প্ৰশাসনীয় জিলা ভিত্তিত চৰকাৰীভাবে ভাষা উপদেষ্টা সমিতি গঠন কৰা হওক। এই উপদেষ্টা সমিতিৰ পৰামৰ্শৱলী যদি সংশ্লিষ্ট সংবাদ মাধ্যমে অমান্য কৰে; তেন্তে চৰকাৰী ৰাজ্য ভাষা আইন প্ৰয়োগ সমিতিৰ দ্বাৰা শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰা হওক।

(চ) মাতৃভাষা আৰু ৰাজ্য ভাষা অমান্য কৰা চৰকাৰী পঞ্জীয়নভুক্ত স্বেচ্ছাসেৱী অনুষ্ঠান, প্ৰতিষ্ঠানৰ পঞ্জীয়ন বাতিল কৰা হওক। একেদৰে ব্যৱসায়ী প্ৰতিষ্ঠানৰ স্বীকৃতি-পত্ৰ/অনুজ্ঞা-পত্ৰ বাতিল কৰা হওক।

(ছ) অসম লোকসেৱা আয়োগকে মুখ্য কৰি অসমৰ সমূহ চৰকাৰী, বে-চৰকাৰী, অনুষ্ঠান, প্ৰতিষ্ঠানৰ চাকৰিৰ সাক্ষাৎকাৰত মাতৃভাষা আৰু ৰাজ্য ভাষাৰ (মাতৃভাষা ৩০ শতাংশ, ৰাজ্য ভাষা ৫০ শতাংশ) প্ৰশ্ন কাকত বাধ্যতামূলক কৰা হওক।

(জ) ৰাজ্য ভাষা আৰু ক্ষেত্ৰভেদে মাতৃভাষাৰ জ্ঞান নথকা কোনো ব্যক্তিক ৰাজ্য চৰকাৰৰ চাকৰিত নিয়োগৰ পৰা বঞ্চিত কৰা হওক।

(ঝ) অসমৰ বিশ্ববিদ্যালয় কেইখনে ইংৰাজী মাধ্যমৰ লগত ৰাজ্যভাষা অথবা সংযোগী ভাষা হিচাপে অসমীয়া ভাষা প্ৰয়োগৰ বাবে যথাবিহিত ব্যৱস্থা গ্ৰহণ কৰা হওক।

২) অসমীয়া ভাষা সংবৰ্ধনৰ অৰ্থে -

(ক) পৰিবেশ ভাষা বিজ্ঞান (Eco-linguistics) ৰ দৃষ্টিৰে অসমীয়া ভাষাৰ বিভিন্ন আঞ্চলিক, নৃ-গোষ্ঠীয় তথা সামাজিক শ্ৰেণীগত উপভাষা, লোকভাষাৰ পুনৰুদ্ধাৰ তথা সংৰক্ষণৰ বাবে সুপৰিকল্পিত আঁচনি গ্ৰহণ আৰু সেই আঁচনিৰ কাৰ্যকৰীকৰণ কৰা হওক।

(খ) সমাজভাষাবৈজ্ঞানিক দৃষ্টিৰে অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰ সম্পৰ্কীয় বিষয়টোৰ অধ্যয়ন তথা গৱেষণা কৰা হওক।

(গ) অসমীয়া ভাষাৰ সংৰক্ষণ, সংবৰ্ধন আৰু সম্প্ৰচাৰৰ বাবে ভাষিক



পৰিকল্পনা (language planning) ৰ প্ৰয়োজন।

(ঘ) ভাষা-পৰিকল্পনাৰ নীতিসমূহৰ বিচাৰ-বিশ্লেষণত নিম্নলিখিত দিশসমূহত গুৰুত্ব দিব লাগিব -

১। চৰকাৰী ভাষানীতি

২। শিক্ষা সম্পৰ্কীয় ভাষানীতি

৩। সাধাৰণ ভাষানীতি

(ঙ) সম্প্ৰচাৰৰ বাবে নিম্নলিখিত দিশসমূহত গুৰুত্ব প্ৰদান কৰা হওক -

১। অসমীয়া ভাষাৰ উন্নত চফ্‌টৱেৰ বিকাশ কৰা হওক যাতে সকলো অপাৰেটিং চিষ্টেম আৰু সকলো প্ৰগ্ৰামতে অসমীয়া ভাষা সাৱলীলভাৱে ব্যৱহাৰ কৰিব পৰা হয়;

২। ইণ্টাৰনেটত অন্তৰ্ভুক্তিৰ বাবে ইউনিক'ড এনক'ডিঙৰ ব্যৱস্থা গ্ৰহণ;

৩। ইণ্টাৰনেটযোগে অসমীয়া ভাষাৰ শিক্ষা ব্যৱস্থা সুচল কৰা;

৪। লেখন, মুদ্ৰণৰ বাবে সুচল, অজটিল কী-ব'ৰ্ডৰ ব্যৱস্থাকৰণ;

৫। বৈদ্যুতিন মাধ্যমত বিভিন্ন সাহিত্যৰ প্ৰচাৰৰ বাবে ই-কিতাপ, ই-আলোচনী, ই-অভিধান আদিৰ প্ৰস্তুতি;

৬। পঢ়াশলীয়া স্তৰৰ পৰা শুদ্ধৰূপত অসমীয়া ভাষাৰ জনপ্ৰিয়কৰণৰ বাবে বিভিন্ন ধৰণৰ ব্যৱস্থা গ্ৰহণ;

৭। জনজাতীয় লোক-কথা, কলা-কৃষ্টি আদিৰ ব্যাপক চৰ্চা অসমীয়া ভাষাত হোৱা উচিত;

৮। বৰাক উপত্যকাৰ অসমীয়া মাধ্যমৰ বিদ্যালয় বিলাকত অসমীয়া শিক্ষা উন্নতকৰণৰ বাবে চৰকাৰৰ ওচৰত দাবী জনোৱা হওক;

৯। অসমৰ জনগোষ্ঠীয় লোকসকল দ্বি-ভাষিক স্থিতিত বাস কৰে, তেওঁলোকৰ সুবিধাৰ কাৰণে অসমীয়া ভাষা সৰলকৰণ কৰাৰ প্ৰয়োজন আছে। সম্প্ৰতি কেতবোৰ জনগোষ্ঠীয় অঞ্চলত অসমীয়া ভাষা দ্বিতীয় ভাষাৰ স্থানৰ পৰা অপসাৰিত হ'বলৈ আৰম্ভ কৰিছে। ইয়াৰ ক্ষেত্ৰভিত্তিক অধ্যয়ন কৰি কাৰণসমূহ নিৰ্ণয় কৰি এইবিলাক দূৰ কৰিব লাগে।

৩) অসম সাহিত্য সভাই অসমীয়াভাষী লোকসকলৰ মাজত জনজাতীয় ভাষা শিকোৱাৰ ব্যৱস্থা গ্ৰহণ কৰিব লাগে। যাতে অসমীয়া জাতি গঠন প্ৰক্ৰিয়া অধিক শক্তিশালী হয়।

৪) কম্পিউটাৰ ব্যৱস্থাত অসমীয়া ভাষা লিখা লিপিটো Unicode Page ত বাংলা লিপি বুলি কোৱা হৈছে। লিপিটোৰ নাম পূব নাগৰী হ'ব লাগে বুলি কম্পিউটাৰ

বিশেষজ্ঞসকলে পৰামৰ্শ আগ বঢ়ালেও ভাষা উপদেষ্টা পৰিষদে 'কামৰূপী লিপি' নামকৰণহে শুদ্ধ বুলি বিবেচনা কৰে লিপিটোৰ নামকৰণৰ বিষয়টো অসম চৰকাৰ, ভাৰত চৰকাৰ আৰু UNICODE FORUM ত অসম সাহিত্য সভা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাষা প্ৰযুক্তিবিদ্যা উন্নয়ন প্ৰকল্পই যুটীয়াভাৱে উত্থাপন কৰিব। 'কামৰূপী লিপি'ৰ অন্যতম প্ৰশাখা হিচাপে বাংলা, অসমীয়া, মণিপুৰী বুলি চিহ্নিত কৰি সন্নিবিষ্ট কৰা হওক।

*****

